# কামৰূপ-ৰত্নমালা



কামৰূপ সাহিত্য পৰিষদ

লয়াৰ্ছ বুক ষ্টল
পানবজাৰ, গুৱাহাটী

# আগ কথা

কামৰূপৰ যিসকল গুণী পুত্ৰই বিকশিত জীৱনৰ সৌৰভ বিলাইছিল, কালৰ সোঁতত ভেনে কণজন্মা লোক বহুতৰে আজি নাম পৰ্য্যন্তও লোপ পাবৰ উপক্ৰম হৈছে। কালক প্ৰত্যাহ্বান জনাই গ্ৰন্থৰ মাজত সেইসকলৰ নাম যুগমীয়া কৰি ৰাখি নতুন পুৰুষক অনুপ্ৰেৰণা যোগোৱাৰ সপোন দেখেছিল আমাৰ সকলোৰে শ্ৰদ্ধেয় সুসাহিত্যিক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা দেৱে। সপোন আৰু বাস্তৱৰ ব্যৱধান স্বীকাৰ নকৰা এজন লোক কামৰূপ সাহিত্য পৰিষদৰ সভাপতি-পদত অধিষ্ঠিত হল। সেইজন শক্তিমন্ত পুৰুষ শ্ৰীগিৰিধৰ শৰ্মাৰ যত্নত কামৰূপৰ একুইছজন কৃতী সন্তানৰ চমু-জীৱনী-সম্বলিত 'কামৰূপ-ৰত্নমালা', প্ৰথম খণ্ড প্ৰকাশ হৈ ওলাল। তাৰ পিছত পৰিষদৰ সভাপতিৰ পদ মোৰ ওপৰত ন্যস্ত হয়। আগৰ জনা সভাপতিয়ে যি আহি বাৰি থৈ গ'ল তেখেতৰ উত্তৰাধিকাৰীয়েও তাক পালন কৰাটো এটা নৈতিক দায়িত্ব বুলি বিবেচিত হ'ল। মোৰ নিষ্ঠাবান সহকৰ্মী, পৰিষদৰ উপসভাপতি ডঃ শ্ৰীপ্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰে সৈতে 'কামৰূপ ৰত্নমালা'ৰ দ্বিতীয়খণ্ড উলিয়াবলৈ যত্ন কৰি চালো। পৰিষদৰ 'প্ৰকাশন সমিতি'য়ে আগৰ বছৰৰ সুযোগ্য সম্পাদকদ্বয় শ্ৰীঅতুল চন্দ্ৰ হাজৰিকা আৰু অধ্যাপক (এতিয়া ডক্টৰ) শ্ৰীহেমন্ত কুমাৰ শৰ্মাক আমাৰ কাৰ্যকালৰ বছৰটোৰ কাৰণেও সম্পাদক নিযুক্ত কৰিলে আৰু বিষয় আৰু লেখকৰ তালিকাও প্ৰস্তুত হল। কেবাজনো সদাশয় লেখকে প্ৰবন্ধত পঠিয়ালে। প্ৰধান সমস্যা হ'ল প্ৰকাশক পোৱাটো। শেহত গুৱাহাটীৰ 'লয়াৰ্চ বুক ষ্টল'ৰ বিদ্যোৎসাহী ডেকা স্বত্বাধিকাৰী শ্ৰীখগেন্দ্ৰ নাৰায়ণ দত্তবৰুৱাই প্ৰকাশৰ দায়িত্ব ললে, কিন্তু কলে যে কিছুদিন পলমকৈহে কামটো হাতত লব পাৰিব। এনে সঙ্কটত পৰি নিজৰ কাৰ্য্য-কালৰ ভিতৰত আমি ৰত্নমালা প্ৰকাশ কৰি উলিয়াবলৈ অপাৰগ হলো। বৰপেটা বোডত বাৰ্ষিক অধিবেশনৰ সময়ত বহা কাৰ্য-নিৰ্বাহক সমিতিৰ আগত কামৰূপ ৰত্নমালা, দ্বিতীয় খণ্ড প্ৰকাশ কৰি উলিওৱাৰ দায়িত্ব নিজে গ্ৰহণ কৰিলো।

১৯৭৪-৭৫ চনৰ কাৰণে আগৰ বছৰৰ উপসভাপতি ডঃ প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য সভাপতি আৰু শ্ৰীসতীশ চন্দ্ৰ চৌধুৰী সম্পাদক নিৰ্বাচিত হ'ল। আধৰুৱা

কামখিনি সমাপ্ত কৰিবলৈ এওঁলোককে প্ৰমুখ্যে নতুন প্ৰকাশন সমিতিও তৎপৰ হ'ল। তথাপি বছৰৰ আগভাগতে পাণ্ডুলিপি সম্পূৰ্ণ হৈ সুধাত অসুবিধাৰ সম্মুখীন হলো। প্ৰকাশক শ্ৰীখগেন্দ্ৰনাৰায়ণ দত্তবৰুৱাও ছপাশালৰ ধৰ্মঘটৰ কাৰণে বিব্ৰত হব লগীয়া হল। মুৰামুৰি সময়ত আন এটা ছপাশালত কামটো কৰালে, কিন্তু মই নিজে আহি-কাকতি চোৱাৰ সুবিধা নাপালো।

'কামৰূপ-ৰত্নমালা', দ্বিতীয় খণ্ডৰ দুই সম্পাদক অধ্যাপক শ্ৰীঅতুল চন্দ্ৰ হাজৰিকাদেৱ আৰু ডঃ শ্ৰীহেমন্ত কুমাৰ শৰ্মাই যি অশেষ পৰিশ্ৰম কৰিছে আৰু নিস্বাৰ্থ সেৱা আগ বঢাইছে তাৰ বাবে তেখেত সকলৰ ওচৰত কামৰূপ সাহিত্য পৰিষদ চিৰকৃতজ্ঞ। সুধী লেখকসকলেও কোনো মাননি নোপোৱাকৈ যি ত্যাগ স্বীকাৰ কৰিছে সেই কথা শ্ৰদ্ধাৰে সুঁৱৰিছোঁ আৰু পৰিষদৰ হৈ সকলোৰে প্ৰতি হাৰ্দিক ওলগ জনাইছোঁ। সদৌ শেষত, কিতাপ-ব্যৱসায়ী হৈয়ো ব্যৱসায়ৰ দৃষ্টিলৈ পিঠি দি প্ৰকাশক শ্ৰীখগেন্দ্ৰনাৰায়ণ দত্তবৰুৱাই পৰিষদৰ প্ৰতি পৃষ্ঠপোষকতা দেখুৱাইছে তাৰ কাৰণে পৰিষদ সদায় ঋণী হৈ থাকিব।

শ্ৰীৰজনীকান্ত দেৱশৰ্মা

২৮ ১ ৭৫

---

**দ্ৰষ্টব্য :**—আমাৰ কাৰ্যকালৰ কাৰ্য্য-নিৰ্বাহক সমিতিৰ নিৰ্দ্দেশক্ৰমে এখাৰ কথা জনাবলগীয়া হৈছো যে কামৰূপ-ৰত্নমালা, প্ৰথম খণ্ডত প্ৰকাশ পোৱা অধ্যাপক শ্ৰীপ্ৰসন্নৰাম দাসে লিখা স্বৰ্গীয় বিষয়চন্দ্ৰ বিশ্বাসীৰ জীৱন-বৃত্তান্তটো তেখেতৰ কন্যা শ্ৰীমতীপ্ৰেমময়ী দাসে যুগুতাই দিয়া প্ৰবন্ধৰ আধাৰত লিখা।

শ্ৰীৰজনীকান্ত দেৱশৰ্মা

# প্ৰধান সম্পাদকৰ নিবেদন

অসমীয়া ভাষা সাহিত্যৰ প্ৰগতি আৰু উন্নতিৰ হকে তথা অসম সাহিত্য সভালৈ ছয়টাকৈ বছৰে কামৰূপ সাহিত্য পৰিষদে যথাযোগ্য ভাবে সেৱা আগ বঢ়াই আহিছে বুলি আমি ভাবো। পৰিষদে ১৯৭২ চনৰ ১৯ মাৰ্চ তাৰিখৰ সিদ্ধান্ত অনুসৰি ১৯৭৩ চনৰ ২১ জানুৱাৰী তাৰিখে কামৰূপৰ বিভিন্ন অঞ্চলত জন্মগ্ৰহণ কৰা সাহিত্যিক শিল্পী আৰু স্বনামধন্য পণ্ডিত সকলৰ জীৱনী-সম্বলিত কামৰূপ ৰত্নমালাৰ প্ৰথম খণ্ড প্ৰকাশ পায়। ১৯৭৩ চনৰ স্মৰণীয় বৰপেটাৰোড্ অধিবেশনত পৰিষদৰ গধুৰ দায়িত্ব আমাৰ ওপৰত পৰে। ১৯৭৪ চনৰ ২০ জানুৱাৰী তাৰিখে বহা কাৰ্য্যনিৰ্বাহকত আমাক আহ্বায়ক হিচাপে লৈ পৰিষদৰ নতুন প্ৰকাশন-সমিতি গঠিত হয়। একে চনৰে ২৫ ফেব্ৰুৱাৰী তাৰিখে বহা কামৰূপ ৰত্নমালাৰ দ্বিতীয় খণ্ড প্ৰকাশৰ প্ৰস্তাৱ কৰি গ্ৰন্থখনি প্ৰকাশৰ দায়িত্ব লয়াৰ্চ বুক ষ্টলক অন্যতম স্বত্বাধিকাৰ শ্ৰীযুত খগেন্দ্ৰনাথ দত্তবৰুৱাৰ হাতত অৰ্পণ কৰাৰ কথা বিবেচনা কৰা হয়। ১৯৭৪ চনৰ ১৫ জুলাই তাৰিখৰ প্ৰকাশন সমিতিৰ বৈঠকত কামৰূপ ৰত্নমালাৰ সূচী প্ৰস্তুত কৰি গ্ৰন্থখানিৰ সম্পাদনৰ ভাৰ মাননীয় অধ্যাপক শ্ৰীযুত অতুলচন্দ্ৰ হাজৰিকা দেৱ আৰু ডঃ হেমন্ত কুমাৰ শৰ্মাদেৱৰ হাতত অৰ্পণ কৰা হয়। যোৱা ২৫ আগষ্ট তাৰিখৰ প্ৰকাশন সমিতিৰ বৈঠকত গ্ৰন্থখনি প্ৰকাশৰ বাবে যাৱতীয় ব্যৱস্থা কৰাৰ বাবে শ্ৰীযুক্ত খগেন্দ্ৰনাথ দত্তবৰুৱাৰ লগত বন্দবস্ত কৰিবলৈ পৰিষদৰ প্ৰাক্তন সভাপতি মাননীয় শ্ৰীযুত ৰজনীকান্ত দেৱশৰ্মা দেৱকে দায়িত্ব দিয়া হয়। নকলেও হব যে, মাননীয় শ্ৰীযুত শৰ্মাদেৱৰ অক্লান্ত চেষ্টা আৰু শ্ৰীযুত দত্তবৰুৱা দেৱৰ মহানুভৱতাৰ বাবেই ৰত্নমালাৰ দ্বিতীয় খণ্ডই প্ৰকাশৰ পোহৰ দেখিলে। সেয়ে তেখেত দুয়োগৰাকীৰ ওচৰত আমি চিৰ কৃতজ্ঞ। পুথিখনি সম্পাদনা কৰি প্ৰকাশৰ অশেষ ত্যাগ স্বীকাৰ কৰি উপযোগী কৰি দিয়া বাবে মাননীয় অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাদেৱ আৰু ডঃ হেমন্তকুমাৰ শৰ্মা দেৱৰ ওচৰত আমি চিৰঋণী। আমি ভাবো প্ৰথম বাৰৰ দৰে কামৰূপ ৰত্নমালাৰ দ্বিতীয় খণ্ডয়ো পঢ়ৈৱে সমাজৰ সমাদৰ পাব, আৰু উঠি অহা চামৰ চিন্তা-ধাৰাত গ্ৰন্থখনিয়ে যথাযোগ্য বৰঙণি যোগাব। "চিৰ চেনেহী মোৰ ভাষা জননী।"

শ্ৰীসতীশচন্দ্ৰ চৌধুৰী
প্ৰধান সম্পাদক
কামৰূপ সাহিত্য পৰিষদ

গুৱাহাটী
২৮ জানুৱাৰী, ১৯৭৫ চন

# সূচীপত্ৰ

## ( দ্বিতীয় খণ্ড )

# কামৰূপ ৰত্নমালা

## ( দ্বিতীয় খণ্ড )

## জোনাকী যুগৰ এটি তৰা ঃ ৰত্নেশ্বৰ মহন্ত

অধ্যাপক শ্ৰীনন্দ তালুকদাৰ

ঢোপাকলিতে মৰহি যোবা ৰত্নেশ্বৰ শৰ্মা মহন্ত আছিল এগৰাকী ভবিষ্যতৰ প্ৰচুৰ সম্ভাৱনা থকা প্ৰতিভাশালী সাহিত্যিক। উনৈছ শতিকাৰ শেষ দশকৰ এইগৰাকী সাহিত্যসাধক আছিল একেৰাহে কবি, নাট্যকাৰ, বুৰঞ্জীবিদ আৰু প্ৰবন্ধকাৰ। সেই কালত কলিকতা যদিও আছিল অসমীয়া নবন্যাসধৰ্মী সাহিত্যৰ আৱাহনী-তোৰণ, মহন্ত ডাঙৰীয়া আছিল কলিকতাৰ সেই তোৰণ বা ৰঙ্গমঞ্চৰ চাৰিঢাপৰ বাহিৰত থকা নবন্যাস আন্দোলনৰ এগৰাকী একনিষ্ঠ পূজাৰী। অসমীয়া ভাষা উন্নতি সাধিনী সভা আৰু সভাৰ মুখপত্ৰ স্বৰূপ 'জোনাকী'ক কেন্দ্ৰ কৰি গঢ়ি উঠা ৰোমাণ্টিক সাহিত্যিক দলৰ ৰত্নেশ্বৰ শৰ্মা মহন্ত আছিল অগ্ৰজ স্বৰূপ। ৰোমাণ্টিক আন্দোলনৰ গুৰি ধৰোতা-সকলৰ যেতিয়া দুই এটি প্ৰবন্ধ কবিতা গুণাভিৰাম সম্পাদিত 'আসাম বন্ধু'ত প্ৰকাশ হৈছিল তেতিয়া মহন্ত ডাঙৰীয়া আছিল 'আসাম বন্ধু'ৰ এগৰাকী নিয়মীয়া লিখক। প্ৰথম সংখ্যাৰ পৰা শেষ সংখ্যালৈকে সৰহ সংখ্যক ৰচনা প্ৰকাশ হৈছিল মহন্ত ডাঙৰীয়াৰে।

মহন্ত ডাঙৰীয়াৰ ঘৰ ক'ত বা ক'ৰ মানুহ বুলি সুধিলে একেষাৰতে উত্তৰ দিয়া সহজ নহয়। তেওঁৰ পিতৃ আছিল থানেশ্বৰ শৰ্মা মহন্ত অধিকাৰ। তেওঁৰ পূৰ্বপুৰুষ আউনিআটী সত্ৰৰ পৰা প্ৰতিষ্ঠিত উত্তৰ লক্ষীমপুৰৰ বলিয়া গুৰু সত্ৰৰ। গৌতম গোত্ৰীয় থানেশ্বৰ মহন্ত মানৰ আক্ৰমণৰ সময়ত সত্ৰ এৰি কামৰূপলৈ পলাই আহি বেতনা নামে ঠাইত বসতি

কৰিছিল। পিছত সেই ঠাইত থাকিবলৈ সুচল যেন নেদেখি সোণকাৰী নামে ঠাইলৈ গৈ তেওঁ বাস কৰিছিল। কোনো কোনোৰ মতে দক্ষিণ কামৰূপৰ পলাশবাৰীত তেওঁ বাস কৰিছিল। সেইবোৰ ঠাই তেওঁৰ বাবে বাসোপযোগী নোহোৱাত ১৮৪০ খৃঃত তেওঁ গুৱাহাটীলৈ আহিছিল। গুৱাহাটীলৈ আহি উজানবজাৰৰ নৈৰ পাৰৰ ৰজাঘৰৰ কাষত থাকিবলৈ লৈছিল। আন কিছুমানৰ মতে যোৰপুখুৰীৰ পাৰত তেওঁৰ হাউলি আছিল। গুৱাহাটীৰ পৰাই নগাৱৰ পুৰণিগুদামৰ বগা খাউণ্ডৰ জীয়াৰী জয়ন্তী দেৱীৰ লগত তেওঁৰ বিয়া হয়। তেওঁলোকৰ প্ৰথম সন্তান এজনী কন্যা আৰু এই কন্যা সন্তান উপজিয়ে মৃত্যুৰ মুখত পৰিছিল। ৰত্নেশ্বৰ শৰ্মা মহন্ত অধিকাৰ তেওঁলোকৰ দ্বিতীয় সন্তান। তেওঁৰ জন্ম হৈছিল ১৮৬৪ খৃঃত।

পুৰণিগুদামৰ শহুৰেকৰ ঘৰতে পিতৃ থানেশ্বৰ মহন্তৰ মৃত্যু হয়। পুতেক ৰত্নেশ্বৰ মহন্ত তেতিয়া নিচেই সৰু। মাতৃ জয়ন্তীদেৱীয়ে বৈধব্যৰ সান্ত্বনা বুকুত বান্ধি লৈ নানান কষ্ট কৰি কটনা কাটি ৰত্নেশ্বৰ মহন্তক খুটি খাব পৰা কৰিছিল।

গুৱাহাটীতে মহন্ত ডাঙৰীয়াৰ পঢ়াশলীয়া শিক্ষাৰ আৰম্ভণি হয় আৰু গুৱাহাটীতে সামৰণিও পৰে। ১৮৮০ চনত তেওঁ গুৱাহাটীৰ কলেজিয়েট স্কুলৰ পৰাই দ্বিতীয় বিভাগত এণ্ট্ৰেন্স মহলাত উত্তীৰ্ণ হয়। মহন্তৰ জন্ম আৰু শিক্ষাভূমি গুৱাহাটী যদিও, কৰ্মভূমি নগাওঁহে। মাটি সম্পৰ্কীয় এটি মোকৰ্দমাত গুৱাহাটীৰ ঘৰ-মাটি হেৰুৱাই আৰু নগাৱতে চৰ্কাৰী চাকৰী লাভ কৰাৰ বাবে পিছত তেওঁ তাতে নিগাজীকৈ বসতি কৰিছিল। নগাৱৰে বাহৰাম পেস্কাৰৰ কন্যাৰ লগত তেওঁ বৈবাহিক সূত্ৰতো আবদ্ধ হয়। বাহৰাম পেস্কাৰ পণ্ডিত হেমচন্দ্ৰ গোস্বামীদেৱৰ মোহাক। তেওঁৰ ঘৰতে থাকি গোস্বামীয়ে পঢ়াশুনা কৰিছিল। গোস্বামীৰ ঘৰলৈ অহা 'অৰুণোদয়' প্ৰমুখ্যে অসমীয়া আলোচনীৰ গোস্বামী আৰু মহন্ত দুয়ো আছিল নিয়মীয়া পাঠক। সেই সময়ত গুণাভিৰাম বৰুৱা ডাঙৰীয়া আছিল নগাৱত ই-এচি। সাহিত্য চৰ্চা কৰা সূত্ৰেৰে মহন্তই

গুণাভিৰাম বৰুৱাৰ সান্নিধ্য লাভ কৰিছিল। বয়সত গুণাভিৰাম বৰুৱা প্ৰবীন, গোস্বামী নবীন ছাত্ৰ। মহন্ত গোস্বামীতকৈ আঠ বছৰে ডাঙৰ। সাহিত্য সাধনাৰ ক্ষেত্ৰত তেওঁলোকৰ মাজত বয়সে বাধাৰ প্ৰাচীৰ ৰূপে থিয় দিব পৰা নাছিল।

গুণাভিৰাম বৰুৱা ডাঙৰীয়া নগাৱত থকা কালছোৱাতে ১৮৮৫ চনৰপৰা তেওঁৰে সম্পাদনাত প্ৰকাশ হৈছিল 'আসাম বন্ধু' নামৰ এখন 'মাসিক পত্ৰ'। 'আসাম বন্ধু'ৰ প্ৰথম সংখ্যাৰপৰাই ধাৰাবাহিকভাৱে প্ৰকাশ হয় ৰত্নেশ্বৰ মহন্তৰ 'গাৰো বৃত্তান্ত' নামৰ এটি দীঘলীয়া প্ৰবন্ধ। আসাম বন্ধুৰ আদিৰেপৰা শেষলৈকে প্ৰায় প্ৰতি সংখ্যাতে মহন্তদেৱৰ ভালেমান কবিতা, প্ৰবন্ধ প্ৰকাশ হয়। কেতিয়াবা একোটি সংখ্যাত দুটাকৈও কবিতা, প্ৰবন্ধ প্ৰকাশ হৈছিল। আসাম বন্ধুত সৰহ সংখ্যক প্ৰবন্ধ, কবিতা প্ৰকাশ হয় মহন্তদেৱৰে। গাৰো বৃত্তান্তৰ উপৰিও 'স্বাধীনতা নে স্বেচ্ছাচাৰ', 'অসমীয়া আৰু বিদেশী সাজ', 'ঘৈণীৰ কৰ্তব্য আৰু স্ত্ৰীশিক্ষা' আৰু 'জান্তৱ জীৱন' আছিল আসাম বন্ধুত প্ৰকাশিত তেওঁৰ চিন্তাগধুৰ প্ৰবন্ধ। 'স্তুতি', 'দুপৰ নিশা', 'গাঁৱলীয়া বোৱাৰী', 'কিয় প্ৰভু স্ৰজিলাহা ময় মহামূঢ়ক', 'মেঘ আৰু বিজুলী', 'সংসাৰ সুখৰ ঠাই' আদি আছিল মহন্তদেৱৰ আসাম বন্ধুত প্ৰকাশিত কবিতা। আসাম বন্ধুৰ কবিতা প্ৰবন্ধৰ তলত লিখকৰ নাম নাছিল। নামৰ সলনি দুটা বা এটা আখৰহে দিয়া হৈছিল। ৰ. ম বা. ৰ. মহন্ত বুলিহে মহন্তদেৱেও তেওঁৰ ৰচনাৰ তলত লিখিছিল। ষোলটা মাহত চৈধ্যটা সংখ্যা প্ৰকাশ হোৱাৰ পিছত ১৮৮৬ চনত 'আসাম বন্ধু'ৰ প্ৰকাশ বন্ধ হয়।

১৮৮৯ চনত কলিকতাৰ পৰাই চন্দ্ৰকুমাৰ আগৰৱালাৰ সম্পাদনাত প্ৰকাশ হয় 'জোনাকী' নামৰ বিখ্যাত মাহেকীয়া আলোচনী। জোনাকীত প্ৰথমৰপৰা মৃত্যুৰ আগমুহূৰ্তলৈকে মহন্তদেৱ আছিল এগৰাকী নিষ্ঠাবান লেখক আৰু প্ৰধান পৃষ্ঠপোষক। কলিকতাৰ বাহিৰত থাকি জোনাকীৰ পৃষ্ঠপোষকতা কৰা বা কবিতা প্ৰবন্ধৰ যোগান ধৰোঁতাসকলৰ

ভিতৰত মহন্তদেৱৰ স্থান আছিল আগশাৰীত। জোনাকীৰ বাবে গ্ৰাহক সংগ্ৰহ কৰা, বৰঙণি আদায় কৰা, গ্ৰাহকে জোনাকী পাইছে নে নাই খা-খবৰ লোৱা, সেইবোৰ কথা চিঠিৰে হেমচন্দ্ৰ গোস্বামীক জনোৱা আদি কাম তেওঁ সততে নিয়াৰিকৈ কৰিছিল। তেওঁ হেমচন্দ্ৰ গোস্বামীলৈ লিখা ভালেকেইখন চিঠিত অসমীয়া ভাষা-সাহিত্য, বৰ্ণাশুদ্ধি জোনাকীৰ প্ৰবন্ধ, কবিতাৰ গুণাগুণ, নগাওঁৰ কথা আদিৰ দীঘলীয়া বৰ্ণনা আছে। সৰহভাগ চিঠিয়ে ইংৰাজীত লিখা। চিঠিবোৰৰ মাজত মহন্তদেৱৰ ভিতৰৰ মানুহজনৰ পৰিচয় পোৱা যায়।

'মনোবৃত্তি', 'ভাৱনা', 'বিবাহ', 'মিনাৰতী', 'মোৱামৰীয়া বিদ্ৰোহ', 'ৰামসৰস্বতী', 'অসমত মান', 'তুলাৰাম সেনাপতি' আৰু 'জয়মতী কুঁৱৰী' আৰু লাভি গদাপাণি' আদি আছিল জোনাকীত প্ৰকাশিত তেওঁৰ মূল্যবান অৱিহণা।

ৰত্নেশ্বৰ মহন্ত এগৰাকী নিপুণ অভিনেতাও আছিল। নগাওঁত নাট্য সমিতি স্থাপন কৰি তেওঁ সেই সমিতিৰ যোগেৰে অসমীয়া থিয়েটাৰদলৰ অন্যতম আগৰণুৱা আছিল। নাট্য সমিতিৰ যোগেৰে কৰা প্ৰথম অসমীয়া থিয়েটাৰখনো হেনো আছিল মহন্তই লিখা 'জয়মতী' নাটক। তেওঁ নিজে জোনাকীত লিখা জয়মতীৰ কাহিনীৰ ওপৰত ভেটি কৰিয়ে নিশ্চয় নাটকখন ৰচনা কৰিছিল। ৰমাকান্ত বৰকাকতী আৰু কনকলাল বৰুৱাই যুটীয়াভাৱে সম্পাদনা কৰা ( ১৮৯৯ খৃঃ ১৮১৭ শক, ফাল্গুন ) অসমীয়া ভাষাৰ উন্নতি সাধিনী সভাৰ দ্বাৰা প্ৰকাশিত 'অসমীয়া পুথিৰ তালিকা'ত মহন্তদেৱে ৰচনা কৰা ভালেকেইখন পুথিৰ নাম পোৱা গৈছে। তালিকাত নাম থকা পুথিসমূহ হ'ল গাৰো বৃত্তান্ত ( গদ্য সাহিত্য বিষয়ক পুথি ), গোপলীলা, পাঠাৱলী ১ম, ২য় আৰু ৩য় ভাগ ( সকলো কেইখন গদ্য বিষয়ক পুথি ) আৰু কবিতাৰ হাৰ ( ১ম ভাগ গদ্য )। তালিকাত নাম থকা নাটকসমূহ হ'ল জয়দ্ৰথবধ নাটক, দ্ৰৌপদী হৰণ; বেণীসংহাৰ আৰু হৰিশ্চন্দ্ৰ নাটক। ওপৰত নাম লিখা আটাইবোৰ পুথিতে ৰত্নেশ্বৰ মহন্তৰ দ্বাৰা লিখিত বুলি উল্লেখ কৰা

আছে। এই নাটকৰ উপৰিও জয়মতী আৰু বেণীবন্ধন নামৰ দুখন নাটক ৰচনা কৰাৰ কথাও শুনা যায়। কিন্তু বৰ পৰিতাপৰ বিষয় 'দ্রৌপদী হৰণ' নাটকখনিৰ জৰাজীর্ণ উরলি যোৱা কেইখিলামান পাতৰ বাহিৰে ওপৰত লিখা তিনিখন পুথিৰো কতো সন্ধান বা উল্লেখ পোৱা নগ'ল। গাৰো বৃত্তান্ত পুথিৰ আকাৰত কি ৰূপত প্রকাশ পাইছিল জনা নাযায়। কবিতাহাৰ প্রথম আৰু দ্বিতীয় ছোৱা পোৱা গৈছে।

'দ্রৌপদী হৰণ' এটি দৃশ্যত ৰচনা কৰা নাটক। নাটখনিত অঙ্কবিভাগ নাই। পাতনিত নাট্যকাৰে লিখিছে, "মহাভাৰতৰ পৰা সাৰভাগ লৈ ইয়াক ৰচনা কৰা হৈছে। চিত্রসেনৰ গন্ধর্ব যুঁজত দুর্যোধন হাৰি আহি কর্ণৰ লগত মন্ত্রণা কৰি দুর্বাসা মুনিক ৰাতি দুপৰ নিশা কাম্যবনলৈ পঠায়। তেওঁৰ দ্বাৰা কৃতকার্য্য নোহোৱাত জয়দ্রথক দ্রৌপদী হৰণৰ জন্যে পঠিওৱা হয়। পাছে দ্রৌপদী হৰণ কৰি অনাত বাটতে পাণ্ডৱৰ হাতত পৰি জয়দ্রথৰ মহা দুর্গতি হয়। পাছত লেখা পুথিখনিৰ মূল কথা এয়ে। ৰচয়িতাই তেওঁৰ বুদ্ধি আৰু কল্পনাৰে ইয়াক নানান ৰকম কৰি সজাই তুলিবৰ নিমিত্তে চেষ্টা কৰিছে।" নাটখনি মহাভাৰতৰ কাহিনীৰ ওপৰত ভেটি কৰি ৰচনা কৰা হৈছিল। গীতবাজিত ৰাগ-ৰাগিনীৰ উল্লেখ আছে। মঞ্চ নির্দেশ চমু আৰু ছেক্সপীয়েৰৰ নাটকৰ আৰ্হিৰ। দুটামান দৃশ্য অমিত্রাক্ষৰ ছন্দত ৰচনা কৰা।

কবিতাহাৰ আগছোৱা আৰু মাজছোৱা (ৰচনাকাল ১৮১২ শক, ১৮৯০ চন আৰু মাজছোৱা ১৮১৪ শক, ১৮৯২ চন) মহন্তদেৱৰ দুখন কবিতা সংকলন। দুয়োখন পুথিকে পুথিবছা সমিতিয়ে পাঠ্যপুথি মনোনীত কৰিছিল। কবিতাহাৰ আগছোৱা উছর্গা কৰিছে ধীৰেশ্বৰ দেৱশর্মা ভট্টাচার্য্যৰ নামত—

সদায় সুখাদ্য খায় আমুৱালে সুখীয়াই
খাৰ শাকো কেতিয়াবা ইচ্ছা কৰি বিচাৰে,
ময়ো তেনে অনুমানি খাৰ শাক দিছো আনি
লয় যেন আমুৱালে সুচিকণ আহাৰে।

মাজছোৱাৰ উছৰ্গাত হেম গোস্বামীৰ লগত থকা নিবিড় বন্ধুত্বৰ কথা স্বঁৱৰি লিখিছে—

আশা যেন নেপাহৰা ঘৰে পৰে মনে কৰা
হেন ভাবি মনে এই কবিতাৰ হাৰ
উছৰ্গিলো ভাই আজি নামেৰে তোমাৰ।

আগছোৱাৰ বেটুপাতত আছে এফাকি প্ৰবচন—"হাতত নাই কপটো, হৰ হৰ কৰে মনটো।"

মাজছোৱাৰ উপক্ৰমণিকাত মহন্তদেৱে কাব্য, ৰস, ছন্দ, অলঙ্কাৰ আদিৰে উদাহৰণসহ দীঘলীয়াকৈ আলোচনা কৰিছে। তেওঁৰ কবিতা-বাজিৰ ভাব, ভাষা সহজ সৰল, কবিতাবাজি বিশ্বধৰ্মী আৰু সাকৰা। প্ৰথম বছৰ প্ৰথম সংখ্যা 'আসাম বন্ধু'ত প্ৰকাশিত 'স্তুতি' নামৰ কবিতাটোৱে তেওঁৰ প্ৰথম প্ৰকাশিত কবিতা। আসাম বন্ধুত প্ৰকাশিত কবিতা-বাজিত ৰোমান্টিক কবিতাৰ পূৰ্বলক্ষণ ভালেখিনি প্ৰকাশ পাইছে। আনকি ৰোমান্টিক যুগৰ কেবাটাও প্ৰখ্যাত কবিতাৰ বিষয়বস্তুৰ পূৰ্বাভাষ প্ৰকাশ হৈছিল মহন্তৰ কবিতাত। প্ৰকৃতি উচ্ছ্বাস, অতীত পৰ্য্যালোচনা, সাধাৰণ বস্তুত অসাধাৰণত্ব আৰোপ, নজনাত বিস্ময় বিমূঢ়তা আৰু জনাত আশ্চৰ্য্য প্ৰকাশ আদি ৰোমান্টিক কবিতাৰ ভালেখিনি লক্ষণ তেওঁৰ কবিতাত প্ৰকাশ পাইছে।

জোনাকী যুগৰ সৰহভাগ সাহিত্যিকৰে জোনাকীৰ পাতত প্ৰকাশহে হ'ল, বিকাশ হ'ল ইয়াৰ পিছৰ যুগত অৰ্থাৎ কুৰি শতিকাৰ আদিৰে পৰা। ছুৰ্ভাগ্যবশতঃ ৰত্নেশ্বৰ মহন্তৰ জোনাকীৰ পাতত প্ৰকাশহে হ'ল, বিকাশ হবলৈ নৌপাওঁতেই ১৮৯৩ চনত ২৯ বছৰ বয়সতে তেওঁৰ অকাল মৃত্যু হ'ল।

মহন্তদেৱৰ কবিতাৰাজিৰ অন্যতম বৈশিষ্ট্য হৈছে বিবিধ ছন্দৰ প্ৰয়োগ আৰু ছন্দ বৈচিত্ৰ্য। বিবিধ ছন্দৰ প্ৰয়োগৰ ক্ষেত্ৰত তেওঁৰ ওপৰত বৈষ্ণৱ কবিৰ প্ৰভাৱ সুস্পষ্ট। তেওঁৰ প্ৰথম কবিতা 'স্তুতি' এটি মিষ্টিক কবিতা। কবিয়ে জ্ঞানৰ আধাৰস্বৰূপ নিৰাকাৰ পৰমেশ্বৰৰ

ওচৰত প্ৰণিপাত জনাইছে। তেৱেঁই জগতৰ সৰ্বময় কৰ্তা আৰু তেওঁৰ নিৰ্দেশতে জগত চলিছে।'

মহাশক্তি ৰূপে থাকি প্ৰতি পদাৰ্থত
সংসাৰৰ ক্ৰিয়াকাণ্ড চলায় সতত।

আৱাহন কবিতাতো কবিয়ে বিদ্যাৰ অধিষ্ঠাত্ৰী দেৱীৰ ওচৰত ভক্তিপূৰ্ণ অন্তৰৰ প্ৰণতি জনাইছে—

কল্পনা কবিতা দুয়ো তোমাৰে জীয়ৰী
যাৰ বলে কবিসবে জগত বিহাৰী।

বনফুল, গোলাপ, বৃক্ষ, ব্ৰহ্মপুত্ৰ আদি কবিৰ প্ৰকৃতি বিষয়ক কবিতা। বননিৰ মাজৰ বনফুলৰ সৌন্দৰ্য্য আৰু গোলাপৰ সৌন্দৰ্য্যই কবিক আপোন-পাহৰা কৰিছে। ব্ৰহ্মপুত্ৰ আৰু বৃক্ষই কিদৰে উদাৰ বিশ্বৰীক্ষাৰে সকলোৰে উপকাৰ কৰিছে সেই কথা সুললিত ছন্দত ৰচনা কৰিছে। প্ৰকৃতিৰ বিভিন্ন উপচাৰৰ দৰে উষা সন্ধ্যা আৰু বিভিন্ন ঋতুক লৈও কেবাটিও মনোমোহা কবিতা ৰচনা কৰিছে। শিশু, প্ৰাণলৈ মৰম, কপৌচৰাই, জোনাকীপৰুৱা, মেঘ আৰু বিজুলী আদি আন আন চিত্ৰধৰ্মী কবিতা। কবিতা ৰাজিৰ ভাবভাষা সহজ সৰল আৰু মনোৰম। জোনাকী কবিতাৰ শেষত অসমৰ ৰাজনৈতিক অৱস্থাৰ প্ৰতি লক্ষ্য ৰাখি কবিয়ে লিখিছে—

বিদ্যা বুদ্ধি স্বাধীনতা বল
আসামৰ বাবে গল চল
ক'ৰবাত পাই বুলি তাকে
বিচাৰে জোনাকী জাকে জাকে।

আকাশ আৰু পৃথিৱী কবিতাত নিজৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰিবলৈ দুয়োৰে মাজৰ তৰ্কযুদ্ধখন উপভোগ্য। আকাশৰ গৰ্ব—

মোৰ অনুগ্ৰহতহে জীৱজন্তু বাচে
মোৰ অনুগ্ৰহতে সংসাৰ ৰই আছে।

পৃথিবীয়ে তাৰ উত্তৰত কৈছে—

চন্দ্ৰে মোক প্ৰদক্ষিণ কৰে
তৃপ্ত কৰে মোক ৰবিকৰে
ময়েই গ্ৰহণ লগাওঁ
দুয়োটিয়ে তত হেৰুৱাওঁ।

ৰঘুনাথ চৌধাৰীৰ জোন আৰু জোনাকী একে পৰ্য্যায়ৰ আন এটি কবিতা।

কবিৰ অতীত পৰ্য্যালোচনা প্ৰকাশ পাইছে তলাতল ঘৰ নামৰ কবিতাত। গড়গাঁও নগৰৰ ধ্বংসাৱশেষ চাই কবিৰ অন্তৰ বেদনাত দেইপুৰি মৰিছে। যি তলাতল ঘৰত এদিন স্বৰ্গদেউ সকল বাস কৰিছিল সেই তলাতল ঘৰ আজি শ্মশান সদৃশ।

হায় আজি সেই তলাতল।
কালত সমূলি গল তল।

কবিতাঁহাৰ মাজছোৱাৰ ৰঙ্গামতী এটি উল্লেখযোগ্য কাহিনী গীত। কবিতাটোৰ পাদটীকাত কবিয়ে গদাধৰসিংহৰ বৰকুঁৱৰী জয়মতীৰ মৃত্যু ঘটনাৰ ছাঁ লৈ কবিতাটো ৰচনা কৰা বুলি লিখিছে। মহন্তদেৱে মোৱামৰীয়া বিদ্ৰোহ নামৰ প্ৰবন্ধত লক্ষ্মীসিংহ ৰজাৰ বৰকুঁৱৰী জয়মতীয়ে মোৱামৰীয়া মহন্তৰ হাতত নিৰ্য্যাতন ভুগি মৃত্যুবৰণ কৰা বুলি লিখিছে। পিছত তেওঁৰ সেই ভুল শুধৰাইছে 'জয়মতী কুঁৱৰী আৰু লাঙী গদাপানি' নামৰ আন এটি প্ৰবন্ধত।

পদবীত মহন্ত আছিল নগাওঁ আদালতৰ একাউণ্টেণ্ট। সেয়েহে কেৰাণী জীৱনৰ খণ্ডচিত্ৰ কেবাটাও কবিতাত প্ৰকাশ পাইছে।

মাখি মৰা মসীজীৱী আমি
কিহেৰে পূজিম বিশ্বস্বামী।

আৰু,

কেৰাণীৰ লেখনীত
কেৰাণীৰ আঙুলিত।

'আসাম বন্ধু' আৰু 'জোনাকী'ত ৰত্নেশ্বৰ মহন্তৰ ভালেকেইটি চিন্তাগধূৰ প্ৰবন্ধ প্ৰকাশ হৈছিল। প্ৰবন্ধবাজিৰ ভিতৰত ভালেকেইটি বুৰঞ্জীমূলক প্ৰবন্ধ।

প্ৰথম বছৰ প্ৰথম সংখ্যাৰ পৰা শেষলৈকে 'আসাম বন্ধু'ত প্ৰকাশিত 'গাৰো বৃত্তান্ত' এটি মূল্যবান দীঘলীয়া প্ৰবন্ধ। প্ৰবন্ধটোৰ ওপৰত ভেটি কৰি সম্ভৱতঃ গাৰো বৃত্তান্ত নামৰ পুথি এখন ৰচনা কৰিছিল। প্ৰবন্ধটোত গাৰোসকলৰ আচাৰ-নীতি, খোৱা-পিন্ধা, বিবাহ-ধৰ্ম, উৎসৱ-পৰ্ব আদি সকলো কথাৰে এটি থুলমূল বিৱৰণ পোৱা যায়। মহন্ত ডাঙৰীয়াই প্ৰবন্ধ লিখাৰ সময়লৈকে ( ১৮৮৫ চন ) সকলো গাৰো খৃষ্টান হোৱা নাছিল। সেয়েহে তেওঁ আক্ষেপ কৰি লিখিছে—"গাৰোবিলাক যিমানকৈ খৃষ্টান হব লাগিছে বোধকৰো অৰ্দ্ধশতিকামানৰ পিছত প্ৰকৃত গাৰোৰ সচ এটিও নাথাকিব।"

স্বাধীনতা নে স্বেচ্ছাচাৰ, অসমীয়া সাজ আৰু বিদেশী সাজ, ঘৈণীৰ কৰ্তব্য আৰু স্ত্ৰী-শিক্ষা, জান্তব জীৱন আদি আছিল 'আসাম বন্ধু'ত প্ৰকাশিত তেওঁৰ আন উল্লেখযোগ্য প্ৰবন্ধ।

প্ৰথম বছৰ জোনাকীত প্ৰকাশ পোৱা ভাৱনা, মনোবৃত্তি আৰু বিবাহ মহন্তদেৱৰ তিনিটা মূল্যবান প্ৰবন্ধ। মহন্তদেৱ অসমীয়া সাহিত্যত সুখ্যাতি লভিছিল জোনাকীত প্ৰকাশিত মিনাৰতী, তুলাৰাম সেনাপতি, মোৱামৰীয়া বিদ্ৰোহ আৰু অসমত মান নামৰ বুৰঞ্জীমূলক প্ৰবন্ধবাজিৰ বাবে। মোৱামৰিয়া বিদ্ৰোহ ধাৰাবাহিকভাৱে জোনাকীত প্ৰকাশ হোৱা এটি দীঘলীয়া প্ৰবন্ধ। 'জয়মতী কুঁৱৰী আৰু লাঙী গদাপাণি' শীৰ্ষক জোনাকীতে প্ৰকাশ হোৱা আন এটি প্ৰবন্ধত জয়মতী কুঁৱৰীৰ প্ৰকৃত কাহিনী মনোৰম ভাষাত ৰচনা কৰিছে। জয়মতী কুঁৱৰী প্ৰবন্ধৰ টীকাত মোৱামৰীয়া বিদ্ৰোহ প্ৰবন্ধত কৰা ভুলৰ কথা স্বীকাৰ কৰিছে। জয়মতী কুঁৱৰী আখ্যানটো নিজ নামত ৰচনা নকৰি ৰচনা কৰিছে ৰামদাস গোস্বামী ছদ্মনামত। 'অসমত মান' আৰু 'ৰামসৰস্বতী'

আছিল মহন্তদেৱৰ জোনাকীত প্ৰকাশিত আন দুটি উল্লেখযোগ্য প্ৰবন্ধ।

এইগৰাকী বুৰঞ্জীবিদ, কবি, নাট্যকাৰৰ বহুতো ৰচনাই কালৰ গৰ্ভত লীণ হ'ল। মৃত্যুৰ পিছত অপ্ৰকাশিত ৰচনা পাণ্ডুলিপি আদি কি হ'ল জনা নাযায়। এখন নাটকৰ বাহিৰে (সিও উৱলি যোৱা অৱস্থাত) নাটকবাজি কি হ'ল জনা নাযায়।

এইজনা নীৰৱ সাহিত্য সাধকৰ জীৱনকাল নিচেই চুটি, একুৰি ন বছৰ মাত্ৰ। ১৮৯১ চনত মহন্তদেৱ তেতিয়াৰ সৰ্বগ্ৰাসী কলাজ্বৰত আক্ৰান্ত হয়। চিকিৎসাৰ বাবে তেওঁ কলিকতালৈকো গৈছিল। তেতিয়াৰ দিনত কলিকতালৈ যোৱাটো আজিকালিৰ দৰে সুগম নাছিল। ১৮৯৩ চনত মহন্তদেৱ পুনৰ কলাজ্বৰত আক্ৰান্ত হয়। সেই বছৰ নগাঁৱত কলাজ্বৰৰ প্ৰকোপ বৰ বেছি। মহন্তদেৱ এইবাৰ আৰু ৰক্ষা ন'পৰিল। একুৰি ন বছৰ বযসীয়া এটি বিৰাট সম্ভাৱনা থকা প্ৰতিভাশালী সাহিত্য সাধকৰ জীৱন-বন্তি নিৰ্বাপিত হ'ল। মৃত্যুৰ সময়ত তেওঁৰ বিধবা মাক, বিধবা পত্নী জীযাই আছিল। তেওঁৰ কন্যা সন্তান দুজনী—অন্নদেৱী আৰু ক্ষীৰদেৱী। কিছুদিন পিছত তেওঁৰ পত্নীৰো মৃত্যু হ'ল। মোমায়েক হ'তে অন্ন আৰু ক্ষীৰক তুলিতালি ডাঙৰ দীঘল কৰে। কামপুৰৰ ৺ৰায়চাহাব গোলকচন্দ্ৰ গোস্বামীৰ লগত ডাঙৰ জীয়াৰী অন্নদেৱীৰ বিয়া হয়। তেওঁলোকৰ পুত্ৰসন্তান চাৰিটি। গোকুলচন্দ্ৰ গোস্বামী (প্ৰাক্তন চীফ ইঞ্জিনিয়াৰ), কৃষ্ণ গোস্বামী, লক্ষ্মীপ্ৰসাদ গোস্বামী (প্ৰাক্তন মন্ত্ৰী) আৰু ভাৰতচন্দ্ৰ গোস্বামী। কন্যা দুগৰাকী। সৰু গৰাকী কন্যা ক্ষীৰৰ এটি পুত্ৰ আৰু দুগৰাকী কন্যা।

ৰত্নেশ্বৰ মহন্তৰ মৃত্যুৰ পিছত কমলচন্দ্ৰ শৰ্মাই (গুৱাহাটী) সংস্কৃতত এখনি জীৱনী লিখিবলৈ যত্ন কৰিছিল। কিন্তু সেই কাম সম্পূৰ্ণ নৌহওঁতেই কমলচন্দ্ৰ শৰ্মাৰ মৃত্যু হয়।

মহন্তৰ মৃত্যুৰ পিছত অন্তৰঙ্গ বন্ধু হেমচন্দ্ৰ গোস্বামীয়ে এটি ছনেট ৰচনা কৰি তৰ্পণ জনাইছিল :

দুখীয়া দেশৰ বন্ধু দুখৰ সোদৰ
বহুত আশাৰ কুমলীয়া চোপাকলি
নৌহওতেই হায় পাহিটি মুকলি
হলা বলি অকালতে কাল তক্ষকৰ।

... ... ... ...

# মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য্য

**শ্ৰীমহেন্দ্ৰনাথ ভট্টাচাৰ্য্য**

কামৰূপ জিলাৰ আঠঘৰীয়া গাঁৱৰ প্ৰায় দুমাইলমান দূৰত অৱস্থিত নাগৰকুছি নামৰ গাঁওখন সম্ভ্ৰান্ত বংশৰ সাত্ত্বিক ব্ৰাহ্মণ পণ্ডিত সকলৰ বাসস্থান আছিল। সেই গাঁৱৰ ভবদেৱ বাচস্পতিৰ পুত্ৰ খগেশ্বৰৰ কন্যা চন্দ্ৰপ্ৰভাৰ লগত কেশবাচাৰ্য্যৰ বিয়া হয়। ১৭৭৩ শকৰ (ইং ১৮৫১ চন) জেঠমাহৰ ২৮ তাৰিখ মঙ্গলবাৰে শুক্লপক্ষৰ দ্বাদশী তিথিৰ দিনা ৰাতি এই সুপ্ৰাচীন ভট্টাচাৰ্য্য বংশতে কেশবাচাৰ্য্যৰ ঔৰষত চন্দ্ৰপ্ৰভাৰ গৰ্ভত ধীৰেশ্বৰৰ জন্ম হয়।

সেই সময়ত কামৰূপ জিলাৰ গাঁওবোৰত আজিৰ নিচিনা স্কুল কলেজ নাছিল। আনকি নিম্ন প্ৰাইমাৰী স্কুলবোৰৰ সংখ্যাও বৰ কম আছিল। এই ঠাইৰ প্ৰথম ইংৰাজী শিক্ষাপ্ৰাপ্ত অন্নদাচৰণ ভট্টাচাৰ্য্য এম-এৰ নাম উল্লেখযোগ্য। প্ৰায় প্ৰত্যেক গাঁৱতে এজন দুজন দশকৰ্ম আৰু স্মৃতিৰ পণ্ডিত আছিল আৰু কাব্যদৰ্শন, বেদ বেদান্তৰ পণ্ডিতো তেওঁলোকৰ মাজত আছিল। এই পণ্ডিতসকলে নিজৰ ঘৰতে বা ৰাজহুৱা ঠাইত ছাত্ৰাবাস নিৰ্মাণ কৰি ছাত্ৰক শিক্ষা দিছিল।

ধীৰেশ্বৰে প্ৰাইমাৰী শিক্ষা শেষ কৰি নিজৰ ঘৰতে পিতৃদেৱৰ অধীনত সংস্কৃত পঢ়িছিল। উপনয়নৰ পিছত ধীৰেশ্বৰ মোমায়েকৰ ঘৰলৈ আহিল। তেওঁৰ জ্যেষ্ঠ মাতামহ এজন বৰ ডাঙৰ পণ্ডিত আছিল আৰু তেওঁৰ টোলত কুৰিজনমান ছাত্ৰ আছিল। মোমায়েকৰ ঘৰত ধীৰেশ্বৰ প্ৰায় চাৰিবছৰমান আছিল। তাত তেওঁ ৰত্নমালা ব্যাকৰণ, অমৰকোষ আৰু হিতোপদেশ পঢ়িছিল। টোলৰ দৈনিক পাঠ লবৰ সময়ত ধীৰেশ্বৰক প্ৰায়ে শুই থকা দেখা গৈছিল। মাজে মাজে উপাধ্যায়ৰ অনুপস্থিতিত ছাত্ৰসকলক তেওঁ নিজে পঢ়াইছিল আৰু ইমান সুন্দৰকৈ পঢ়াইছিল যে সকলোৱে তেওঁৰ পাণ্ডিত্য দেখি আচৰিত

হৈছিল। এনেকৈ চাৰিবছৰমান কটোৱাৰ পিছত হঠাতে তেজগ্ৰহণী নৰিয়া হৈ তেওঁ ঘৰলৈ আহিবলগাত পৰিল।

কটপোহা গাঁৱৰ গৌৰীদত্ত শৰ্মা কবিৰাজৰ চিকিৎসাত তেওঁ আৰোগ্য লাভ কৰে। কৃতজ্ঞতাৰ চিনস্বৰূপে ধীৰেশ্বৰে কবিৰাজক নিদান আৰু আন কেবাখনো কবিৰাজী গ্ৰন্থ মূল গ্ৰন্থৰ পৰা নকল কৰি দিয়ে। এই কাম কৰোঁতে তেওঁ নিজেও এই গ্ৰন্থকেইখন আয়ত্ত কৰি ললে। এই সময়ত তেওঁৰ অধ্যাপক জ্যেষ্ঠ মাতামহ ৰামদেৱ উপাধ্যায় পৰলোক প্ৰাপ্ত হয় আৰু পিছতে তেওঁৰ পিতৃবিয়োগ হয়।

গাঁৱৰপৰা প্ৰায় দুমাইলমান দূৰত লৰমা গাঁৱৰ ধৰ্মপাল উপাধ্যায়ৰ টোলত তেওঁ দুমাহমান থাকি তাৰপৰা ওচৰৰে গুৰাকুছি গাঁৱলৈ আহে। ধীৰেশ্বৰে এই টোলত ন্যায় আৰু তৰ্কশাস্ত্ৰৰ অধ্যয়ন কৰিবলৈ ললে আৰু তাতে তেওঁ এবছৰমান থাকিল। পিছত তাৰপৰা তেওঁ কোচবিহাৰলৈ গৈ খাগৰাবাৰীৰ সিদ্ধনাথ বিদ্যাবাগীশৰ চতুষ্পাঠী টোলত ভৰ্তি হল। কোচবিহাৰত থকা সময়ত এদিন তেওঁ সপোনত নীল-সৰস্বতীৰ বীজমন্ত্ৰ পায়। এই বীজমন্ত্ৰটো তেওঁ বিদ্যাবাগীশৰ পৰা নিৰ্ভুলকৈ শিকি লৈ জপ কৰিবলৈ ধৰিলে। ইয়াৰ পিছৰপৰা তেওঁৰ মেধাশক্তি আৰু বিচাৰবুদ্ধি দিনক দিনে বৃদ্ধি পাবলৈ ধৰিলে। লগতে তেওঁৰ কাব্য-প্ৰতিভাও বাঢ়ি আহিল।

এনেকৈ ছমাহমান যোৱাৰ পিছত আগন্তুক সৰস্বতী পূজা উপলক্ষে নিমন্ত্ৰণী চিঠি এখন ছন্দত ৰচনা কৰি বিদ্যাবাগীশে ছাত্ৰবিলাকক পঢ়ি শুনাইছিল। শ্লোকবোৰ শুনি ধীৰেশ্বৰে কলে, "ভুল ছন্দেৰে শ্লোক ৰচনা কৰাতকৈ বিশুদ্ধ গদ্যত নিমন্ত্ৰণী চিঠি ৰচনা কৰা উচিত হব বুলি মই ভাবোঁ।" এই কথা লৈ অলপ বাদানুবাদ হ'ল। বিদ্যাবাগীশে ধীৰেশ্বৰক সন্ধিয়া সময়ত তেওঁৰ ঘৰলৈ মাতিলে।

সন্ধিয়া সময়ত ধীৰেশ্বৰ বিদ্যাবাগীশৰ ঘৰলৈ গ'ল। বিদ্যাবাগীশে ধীৰেশ্বৰক কলে, যে সচাঁকৈ তেওঁৰ শ্লোকৰ ছন্দপতন হৈছে। তেওঁ ধীৰেশ্বৰৰ ছন্দ জ্ঞানৰ শলাগ ললে সচাঁ কিন্তু লগতে তেওঁৰ আচৰণৰ

নিন্দা কৰিলে। পিছদিনা ৰাতিপুৱা ধীৰেশ্বৰে কোচবিহাৰ ত্যাগ কৰিলে।

কোচবিহাৰৰপৰা ধীৰেশ্বৰ ঘৰলৈকে আহিল। আঠৰৰীয়া গাঁওখন ঘৰ ডাঙৰ গাঁও। দুখন বিলক দুকালৰ দুই নৈয়ে পানী যোগায়। এইবোৰ সুবিধাৰ কাৰণে ধীৰেশ্বৰে ৰৰণী বাই দিন কটাবলৈ ধৰিলে। এই সময়তে নপ্তিপাৰা সত্ৰৰ মহীনাথ গোস্বামীৰ কনিষ্ঠা কন্যাৰ লগত তেওঁৰ বিয়াৰ ঠিক হয়। সেই সময়ত কামৰূপৰ গাঁওবোৰৰ বিয়াৰ দিনা ৰাতি বিভিন্ন টোলৰ ছাত্ৰবিলাক আহি বেদ, বেদান্ত, ন্যায়, মীমাংসা, শ্ৰুতি, স্মৃতি আদিৰ নানা গৱেষণামূলক প্ৰশ্নৰ উত্থাপন কৰে আৰু গভীৰ আলোচনা হয়। ধীৰেশ্বৰৰ বিয়াৰ দিনাও এনেকৈ বহু ছাত্ৰ আৰু পণ্ডিতৰ মাজত তৰ্কযুদ্ধ হৈছিল। কন্যা সম্প্ৰদান হৈ যোৱাৰ পিছত ধীৰেশ্বৰেও আহি এই তৰ্কযুদ্ধত যোগ দিলে। যিবোৰ প্ৰশ্নৰ অৱতাৰণা কৰা হৈছিল, সেইবোৰৰ উত্তৰ দিবলৈ গৈ তেওঁ নানা শাস্ত্ৰৰ এনে গভীৰ আলোচনা কৰিবলৈ ধৰিলে যে তাত উপস্থিত পণ্ডিতমণ্ডলী মুগ্ধ হল আৰু তেওঁৰ ভূয়সী প্ৰশংসা কৰিলে।

সেই সময়ত নাৰায়ণচন্দ্ৰ ভট্টাচাৰ্য্য হাজোৰ মাধৱ দেৱালয়ৰ দলৈ আছিল। জ্ঞাতিৰ সম্বন্ধত এওঁ ধীৰেশ্বৰৰ ভায়েক, বয়সত সৰু আছিল। উত্তৰ গুৱাহাটীৰ ৰত্নেশ্বৰ গোস্বামী তেতিয়া হাজোৰ তহছিলদাৰ আছিল। দলৈদেৱে ধীৰেশ্বৰক গোস্বামীদেৱৰ লগত পৰিচয় কৰি দি তেওঁৰ পাণ্ডিত্যৰ কথা কয়। সেইদিনা ৰাতি গোস্বামীদেৱে ধীৰেশ্বৰক মাতি আনি সাঁচি পাতত লিখা চণ্ডী এঁখন তেওঁৰ হাতত দিলে। চণ্ডীৰ ব্যাখ্যা শুনিবলৈ আন বহু মানুহকো মাতি অনা হৈছিল। ধীৰেশ্বৰে চণ্ডীপাঠ আৰু তাৰ ব্যাখ্যা এনে শুৱলা আৰু সুন্দৰকৈ কৰিছিল যে শ্ৰোতাসকলৰ সকলো মুগ্ধ আৰু তন্ময় হৈছিল।

ইয়াৰ পিছত ৰত্নেশ্বৰ গোস্বামীয়ে আচাৰ্য্যক উত্তৰ গুৱাহাটীৰ নিজৰ ঘৰলৈ আনি এখন টোল পাতি দিলে। টোলখনৰ বাবে গুৱাহাটী লোকেল বোৰ্ডে মাহে ৩০ টকাকৈ দি সহায় কৰিছিল। কিছুদিন

পিছত ছাত্ৰৰ অভাৱত টোলখনৰ অৱস্থা বেয়া হৈ আহিল। এই কথা শুনি ৰায়বাহাদুৰ গুণাভিৰাম বৰুৱাকে আদি কৰি কেবাজনো বিশিষ্ট ভদ্ৰলোকে আচাৰ্য্যক নগাৱলৈ নিয়ে আৰু তাত এখন টোল স্থাপন কৰে। সেই টোলত অখলাবন্ধা সত্ৰৰ জয়কৃষ্ণ গোস্বামী, কুৰুৱাবাহী সত্ৰৰ অধ্যাপক অম্বুৰাম শৰ্মা আৰু ভেকা অধিকাৰ হৰি মিশ্ৰকে আদি কৰি প্ৰায় কুৰিজনমান ছাত্ৰই তাত পঢ়িছিল। কিন্তু ইংৰাজী শিক্ষা বিস্তাৰৰ প্ৰভাৱত চোকা আৰু মেধাবী ছাত্ৰৰ সংখ্যা লাহে লাহে কমি আহিবলৈ ধৰিলে। এই সময়ত নগাঁও চৰকাৰী হাইস্কুলৰ হেড্পণ্ডিত পদ্মহাস গোস্বামীয়ে অৱসৰ লোৱাত চৰ্কাৰে সেই পদটো আচাৰ্য্যক যাচিলে আৰু আচাৰ্য্যই পদটো গ্ৰহণ কৰিলে।

নগাৱত আচাৰ্য্যৰ বাসস্থানৰ ওচৰতে এখন শিৱৰ থান আছিল আৰু থানৰ পাছফালে অটব্য হাবি আছিল। সদায় দোকমোকালিতে আচাৰ্য্যই এই হাবিলৈ প্ৰাতঃকৃত্যৰ কাৰণে গৈছিল। এদিন পূৰ্ণিমাৰ জোনাক নিশা ৰাতি নৌপুৱাওঁতেই আচাৰ্য্যৰ টোপনি ভাগিল। বাহিৰত ফৰিংফুটা জোনাক। ৰাতিপুৱাইছে বুলি ভাবি আচাৰ্য্যই হাতত ঘটিটো লৈ হাবিৰ ফালে খোজ ললে। কেইখোজমান যোৱাৰ পিছত আচাৰ্য্যই দেখিলে তেওঁৰ আগে আগে বুঢ়া বামুণ এজনে তেওঁৰ আগত এপাত এপাতকৈ সাঁচিপতীয়া পুথিৰ পাতবোৰ পেলাই গৈছে। তাকে দেখি আচাৰ্য্যই মনে মনে বৰ ভয় খালে যদিও তেওঁৰ পুথিৰ পাতবোৰ বুটলি ললে। পাতবোৰ বুটলি শেষ কৰাৰ পিছত তেওঁ শিৱৰ থানৰ ওচৰ চাপিল, কিন্তু বামুণক কতো দেখা নাপালে। হৰ্ষ আৰু ভয়ত আচাৰ্য্যৰ শৰীৰ ৰোমাঞ্চিত হল। তেওঁৰ শৌচাচাৰ নহ'ল। ঘৰলৈ উভতি আহি পুথিৰ পাতবোৰ ভালকৈ চাবলৈ ধৰিলে। তেওঁৰ ধাৰণা হল সেইবোৰ যেন তেওঁ বহুদিন আগতে পঢ়িছিল, কিন্তু ভালকৈ একো বুজি নাপালে। সেইদিনা তেওঁৰ স্কুললৈ যোৱা নহল, অস্থিৰ মনেৰে দিনটো ঘৰতে কটালে।

নিশা বহু ৰাতিলৈ তেওঁৰ টোপনি অহা নাছিল। ৰাতিপুৱাৰ

কথাটোকে তেওঁ ভাবি ভাবি পৰি আছে। শেহনিশা তেওঁৰ চিলমিলৰ্কৈ টোপনি আহিল। টোপনিত তেওঁ এটা সপোন দেখিলে। হাতত ত্ৰিশূল লৈ সন্ন্যাসী এজনে তেওঁৰ ওচৰত থিয় হৈ কলে, "ধীৰেশ্বৰ, কামৰূপ মোৰ বৰ প্ৰিয় স্থান। এই ঠাইৰ পণ্ডিতবিলাকে ৰত্নমালা ব্যাকৰণৰ প্ৰভাৱত পাৰ নিজৰ প্ৰতিভা হেৰুৱাইছে। তোক মই যিখন পুথি দিছিলোঁ সেইখন পাণিনীয় ব্যাকৰণ। তই নিজে এই ব্যাকৰণৰ পণ্ডিত হৈ কামৰূপত পাণিনী প্ৰচাৰ কৰিবি।"

আচাৰ্য্যই কলে, "মই পাণিনী বুজি নাপাওঁ।" "পাণিনীও নুবুজ নে?" বুলি সন্ন্যাসীয়ে তেওঁৰ তালুৰ কাষতে ত্ৰিশূলডালেৰে কোব মাৰি দিলে। তেওঁ সাৰ পাই মূৰটো বিষাই থকা অনুভৱ কৰি হাত দি চালে। তেওঁক কোব মাৰি দিয়া ঠাইত টেমুনা এটা হৈ উখহি উঠিছে। আচাৰ্য্যই তেতিয়া উঠি আহি পুথিৰ পাতবোৰ মেলি ললে। তেওঁ তেতিয়া সেইবোৰ বুজি পোৱা যেন লাগিল। তেওঁ ৰাতিপুৱা হাইস্কুলৰ হেডপণ্ডিতৰ কাম এৰি দিলে আৰু ভালকৈ পাণিনী পঢ়িবলৈ আৰম্ভ কৰিলে।

এই সপোনটোৰ কথা আচাৰ্য্যই আমাৰ আগত নিজমুখে কোৱা মনত পৰে। মোৰ তেতিয়া ৮।৯ বছৰমান বয়স হব। এদিন আচাৰ্য্যই আমাৰ ঘৰৰ বাৰান্দাৰ বৰ পীৰাখনত বহি আছে। মই শিলৰ বাটিতকৈ এবাটি সৰবৎ আনি তেওঁক দিলোঁ। তেওঁ মোৰ পঢ়াশুনা কেনে হৈছে সুধিলে। মই কলো, "আতা, সপোনত বিদ্যা পালে ময়ো ডাঙৰ পণ্ডিত হব পাৰিম।" মোৰ কথা শুনি আচাৰ্য্যই কলে, "নাতি, সপোনত বিদ্যা পাবলৈ সাধনা লাগে। মই যে আগেয়ে বৰকৈ পঢ়াশুনা কৰিছিলো সেই স্মৃতি এতিয়া মাজে মাজে মোৰ মনলৈ আহি থাকে।" মই কলোঁ, "এতিয়া বাৰু আমাক কওকচোন, আপুনি কেনেকৈ সপোনত বিদ্যা পালে।" আচাৰ্য্যই আমাক তেওঁৰ সপোনৰ কথা সুন্দৰকৈ কৈ শুনালে আৰু কলে, "চাচোন, ত্ৰিশূলৰ কোবত এতিয়ালৈ কেনেকৈ তালুখন উখহি আছে।" এইবুলি তেওঁ মূৰৰ পাগুৰিটো দাঙি, ধৰি আমাক তালুখন দেখুৱালে।

সেই সময়ত মহাৰাষ্ট্ৰৰ বিখ্যাত বিদুষী ৰমাবাঈ তেওঁৰ জ্যেষ্ঠ ভ্ৰাতা শ্ৰীনিবাস শাস্ত্ৰীৰ লগত লৈ অসমলৈ আহিছিল। ৰমাবাঈৰ শ্ৰীমদ্ভাগৱতখন কণ্ঠস্থ আছিল। কমলাবাৰী সত্ৰৰ পদ্মহাস গোস্বামী আৰু গুণাভিৰাম বৰুৱাকে আদি কৰি কেইজনমানে ৰমাবাঈক নগাঁৱলৈ মাতি নি সম্বৰ্দ্ধনা জনায়। নাৰায়ণচন্দ্ৰ ভট্টাচাৰ্য্য দলৈদেৱে কৈছিল যে আচাৰ্য্যৰ ৰমাবাঈৰ লগত বহু ৰকমৰ শাস্ত্ৰ আলোচনা হৈছিল আৰু বহু সময়ত তৰ্ক-বিতৰ্কত জয়ী হৈছিল। আচাৰ্য্যৰ জীৱনী লিখক আৰু তেওঁৰ প্ৰিয় ছাত্ৰ কামাখ্যাচৰণ ভট্টাচাৰ্য্যই লিখিছে যে ৰমাবায়ে আচাৰ্য্যক কবিৰত্ন বুলি ঘোষণা কৰিছিল। কিন্তু আচলতে অনুমান হয় কবিৰত্ন উপাধি আচাৰ্য্যই বাহিৰৰপৰাহে পাইছিল।

ৰমাবাঈৰ লগত আলোচনা আৰু তৰ্ক-বিতৰ্কৰ কথা চাৰিওফালে প্ৰচাৰ হৈ পৰিল। অসমৰ পণ্ডিত ধীৰেশ্বৰ ভট্টাচাৰ্য্যই ৰমাবাঈৰ লগত সমানে অসমৰ পাণ্ডিত্যৰ প্ৰদৰ্শন কৰা বাবে সকলোৱে আচাৰ্য্যক প্ৰশংসা কৰিবলৈ ধৰিলে। এইবোৰ কথা শুনি আউনিআটী সত্ৰৰ সত্ৰাধিকাৰ দত্তদেৱ গোস্বামী প্ৰভুৱে সেই সময়ৰ ডেকা অধিকাৰ কমলদেৱ গোস্বামীৰ শিক্ষক নিযুক্ত কৰি আচাৰ্য্যক আউনিআটীলৈ আনে। এদিন গোস্বামী প্ৰভুই আচাৰ্য্যক কলে, “মহাকবি কালিদাসৰ ‘শ্ৰুতবোধ’ ছন্দ-গ্ৰন্থৰ নিচিনাকৈ একেটা শ্লোকতে ছন্দৰ লক্ষণ আৰু উদাহৰণ দি ছন্দৰ গ্ৰন্থ এখন ৰচনা কৰি উলিয়াব নোৱাৰিব নে?” আচাৰ্য্যই হাঁহি মাৰি কলে, “ভাৰতীৰ কৃপা হলে নিশ্চয় পাৰিম।” ইং ১৮৮২ চনত শ্ৰুতবোধৰ নিচিনাকৈ ‘বৃত্তমঞ্জৰী’ নাম দি আচাৰ্য্যই ছন্দ-গ্ৰন্থ এখন যুগুত কৰিলে। ১৮৮২ চনত আচাৰ্য্যৰ বয়স ৩১ বছৰ আছিল। অসমৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰপৰা প্ৰকাশিত বৃত্তমঞ্জৰীৰ শেষৰ শ্লোকত আচাৰ্য্যই বৃত্তমঞ্জৰী ১৮০১ শকাব্দত সমাপ্ত কৰিছিল বুলি কয়। অৰ্থাৎ ইং ১৮৭৯ চনত বৃত্তমঞ্জৰী সমাপ্ত হয়। ইয়াৰপৰা এনে অনুমান কৰিব পাৰি যে দত্তদেৱ গোস্বামীদেৱে কোৱাৰ আগতে আচাৰ্য্যই বৃত্তমঞ্জৰী ৰচনা কৰিছিল আৰু সেইকাৰণেহে আচাৰ্য্যই

গোস্বামী প্ৰভুক গ্ৰন্থ ৰচনা কৰিব পৰা যাব বুলি কৈছিল। বৃত্তমঞ্জৰীৰ আৰম্ভনিতে আচাৰ্য্যই কৈছিল যে তেল নাপালে যেনেকৈ প্ৰদীপ নুমাই যায় তেনেকৈ কামৰূপত শুদ্ধ ছন্দৰ ব্যৱহাৰ দিনক দিনে কমি যোৱা কাৰণে তেওঁ অনুতপ্ত হৈছে।

লুপ্ত প্ৰায়ে বহুতিথাৎ কালাছন্দোঽনুশাসনে।
প্ৰদীপ ইব কুস্নেহে কামৰূপেঽনুতাপবান॥

ওপৰৰ শ্লোকটোৰপৰা বুজা যায় যে শুদ্ধ ছন্দ প্ৰয়োগ নীতি কামৰূপত প্ৰচলন কৰিবলৈ আচাৰ্য্যৰ একান্ত আগ্ৰহ আছিল।

আচাৰ্য্যই আউনিআটী আৰু দক্ষিণপাট সত্ৰত প্ৰায় ৭।৮ বছৰ-মান কটাইছিল। এই কালছোৱাৰ ভিতৰত আচাৰ্য্যই লোকপ্ৰিয় অসমীয়া 'কাণখোৱা' নামৰ কৃষ্ণচৰিতখন 'কৰ্ণভূক' নামদি সংস্কৃতলৈ অনুবাদ কৰে।

আউনিআটীৰপৰা আচাৰ্য্যই ঘৰলৈ আহি গাঁৱতে কিছুদিন কটালে। পিছত তেওঁ গুৱাহাটীলৈ আহি কালীৰাম বৰুৱা টোলৰ প্ৰধান অধ্যাপক হয়। কামাখ্যাৰাম বৰুৱা ডাঙৰীয়া এই টোলৰ ছাত্ৰ আছিল আৰু অসমৰ প্ৰথম টোল পৰীক্ষাত উত্তীৰ্ণ হৈছিল। সেই সময়ত শুক্ৰেশ্বৰ দেৱালয়ত এখন ধৰ্মসভা স্থাপিত হয় আৰু তাত আচাৰ্য্যই প্ৰত্যেক দেওবাৰে ভাগৱত পাঠ কৰিছিল। পিছত ৰায়বাহাদুৰ কালীচৰণ সেনৰ উদ্যোগত গুৱাহাটী পৌৰসভাই শুক্ৰেশ্বৰত এখন সংস্কৃত টোল স্থাপন কৰে আৰু মাহে ৩০ টকা বেতনত আচাৰ্য্যক প্ৰধান অধ্যাপক নিযুক্ত কৰে। এই টোলতে অসমত পাণিনীয় ব্যাকৰণৰ শিক্ষা দিয়া হৈছিল। ইং ১৯০১ চনত ভাৰতৰ বৰলাট লৰ্ড কাৰ্জন গুৱাহাটীলৈ আহিছিল। বি-এ জগন্নাথ আৰু মানিকচন্দ্ৰ বৰুৱাই ইংৰাজী ভাষাত আৰু সত্যনাথ বৰাই অসমীয়া ভাষাত বৰলাটক অভিনন্দন জনায়। সেই সভাত, আচাৰ্য্যদেৱে সংস্কৃত ভাষাত অভিনন্দন পাঠ কৰে।

স্বামী বিবেকানন্দ গুৱাহাটীলৈ অহা সময়ত নাগৰিকসকলে তেওঁক সম্বৰ্দ্ধনা জনাবলৈ এখন সভাৰ আয়োজন কৰিছিল। সেই সভাত

স্বামীজীয়ে সংস্কৃত ভাষাত ভাষণ দিছিল। আচাৰ্য্যই স্বামীজীৰ সংস্কৃত ভাষাত বহু ভুল দেখুৱাই এটা বক্তৃতা দিলে। নাগৰিক সকলৰ বহুতে আচাৰ্য্যৰ ওপৰত অসন্তুষ্ট হ'ল; কিন্তু স্বামীজীয়ে নিজৰ ভুল স্বীকাৰ কৰি কৈছিল যে নিৰ্ভুল সংস্কৃত ভাষাত কথা কোৱা তেওঁৰ অভ্যাস নাছিল।

এদিন অষ্টমী তিথিৰ দিনা অসমৰ শিক্ষা-বিভাগৰ ডাইৰেক্টৰ বুথচাহাবে শুক্ৰেশ্বৰ টোল পৰিদৰ্শন কৰিবলৈ আহি টোলখন বন্ধ পালে। বুথ চাহাবৰ বৰ খং উঠিল। তেতিয়া আচাৰ্য্যই কলে, "চাহাব, দেওবাৰে তোমালোকৰ যেনেকৈ স্কুল-কলেজ বন্ধ থাকে, প্ৰতিপদ আৰু অষ্টমী তিথিত আমাৰ টোল তেনেকৈ বন্ধ থাকে।" এই ঘটনাৰ কিছুদিন পিছত পৌৰসভাই টোলখন বন্ধ কৰি দিলে।

ইং ১৮৮৮ চনত আচাৰ্য্যই নাৰায়ণচন্দ্ৰ ভট্টাচাৰ্য্য আৰু ৰায়বাহাদুৰ কালীচৰণ সেনৰ লগত তীৰ্থভ্ৰমণ কৰিবলৈ যায়। এই সুযোগতে তেওঁলোকে সংস্কৃত শিক্ষাৰ কেন্দ্ৰবোৰৰ প্ৰসিদ্ধ সংস্কৃত পণ্ডিতসকলৰ লগত পৰিচিত হয় আৰু ঠায়ে ঠায়ে পণ্ডিতমণ্ডলীয়ে তেওঁলোকক সম্বৰ্দ্ধনা জনায়। সকলো ঠাইতে আচাৰ্য্যই সংস্কৃত ভাষাত কথা কৈছিল আৰু ঠায়ে ঠায়ে তেওঁৰ বৃত্তমঞ্জৰী গ্ৰন্থখনৰ আলোচনা কৰিছিল। এই গ্ৰন্থত মহাকবি কালিদাস প্ৰণীত 'শ্ৰুতবোধ' আৰু গঙ্গাদাস সুৰী প্ৰণীত 'ছন্দমঞ্জৰী'ৰ ত্ৰুটী আৰু ভুলবোৰৰ আলোচনা দেখিবলৈ পাই সকলো স্তম্ভিত হৈছিল আৰু কৈছিল "ভাৰতবৰ্ষৰ এচুকত থকা কামৰূপ ৰাজ্যত এনে এজন অসামান্য পণ্ডিত থাকিব পাৰে, এইটো আমি চকুৰে নেদেখিলে বিশ্বাস কৰিবলৈ টান পালোহেঁতেন।" ঠায়ে ঠায়ে পণ্ডিতসকলে তেওঁলোকক সুধিছিল, "কামৰূপৰ মাতৃভাষা সংস্কৃত নেকি?" এনেকৈ সকলো ঠাইতে সন্মান আৰু সম্বৰ্দ্ধনা লাভ কৰি তেওঁলোক হৰিদ্বাৰলৈ আহিল। তাত তেতিয়াৰ সৰ্বশ্ৰেষ্ঠ নৈয়ায়িক এজন বাস কৰিছিল। এইজন পণ্ডিতে ভাৰতীয় ন্যায়শাস্ত্ৰৰ এটি গভীৰ তথ্যৰ গৱেষণা কৰি আছিল। আচাৰ্য্যই এই তথ্যটো এনে সুন্দৰকৈ মীমাংসা

কৰি দিছিল যে তাকে শুনি ন্যায়শাস্ত্ৰৰ পণ্ডিতমণ্ডলীয়ে তেওঁক বিশেষ সন্মান দেখুৱাইছিল। ভাৰতৰ বহু ঠাইত পণ্ডিতমণ্ডলীয়ে আচাৰ্য্যক দ্বিতীয় কালিদাস উপাধিৰে বিভূষিত কৰিবলৈ প্ৰস্তাৱ কৰিছিল, কিন্তু আচাৰ্য্যই কালিদাসৰ প্ৰতি গভীৰ শ্ৰদ্ধা আৰু ভক্তি দেখুৱাই সবিনয়ে তাক প্ৰত্যাখ্যান কৰিছিল। তলত দিয়া আচাৰ্য্যৰ স্বৰচিত শ্লোকটোৰপৰা কালিদাসৰ প্ৰতি আচাৰ্য্যৰ গভীৰ শ্ৰদ্ধা আৰু ভক্তি ফুটি উঠিছিল।

যস্যনাম ৰসনাং কলাৱতী সাভিলাষমধিৰুহ্য ভাৰতী।
নৃত্যতি স্ম তমহং মহাকবিং কালিদাসমভিবাদয়েমুদা ॥

তীৰ্থভ্ৰমণৰপৰা ঘূৰি আহি আচাৰ্য্যই কামাখ্যাধামৰ টোলৰ অধ্যাপক নিযুক্ত হয়। এই টোলত আচাৰ্য্যই পাণিনীয় ব্যাকৰণৰ শিক্ষাৰ প্ৰচলন কৰে।

ভাৰতসম্ৰাট সপ্তম এডোৱাৰ্ডৰ মৃত্যুত শোকপ্ৰকাশ কৰি আৰু পঞ্চম জৰ্জৰ ৰাজ-অভিষেকত হৰ্ষ প্ৰকাশ কৰি আচাৰ্য্যই দুখন খণ্ডকাব্য ৰচনা কৰে আৰু সাঁচিপাতত লিখি লণ্ডনলৈ পঠায়। আচাৰ্য্যই সম্ৰাটৰপৰা এই কাব্য দুখনৰ উচ্চ প্ৰশংসা লাভ কৰে।

১৯১০ চনৰ জুন মাহৰ পহিলা তাৰিখে ধীৰেশ্বৰ ভট্টাচাৰ্য্যই ভাৰত চৰ্কাৰৰপৰা বিশেষ সন্মান মহামহোপাধ্যায় উপাধি লাভ কৰে। এই উপাধি পোৱা তেওঁৱেই প্ৰথম অসমীয়া। আচাৰ্য্যক এই সন্মান ১৯০৮ চনতে দিবলৈ স্থিৰ কৰা হৈছিল, কিন্তু অসমীয়াৰ কিছুমান অনা-অসমীয়া আৰু বৰ্ত্তমানে অনা-ভাৰতীয় লোকৰ কুচক্ৰান্তত পৰি আচাৰ্য্যৰ এই সন্মান পাওঁতে দুবছৰ বেছি সময় লাগিল।

সেই সময়ত আচাৰ্য্যৰ কণ্ঠত সৰস্বতী বাস কৰা বুলি মানুহে কৈছিল। কলিকতা সংস্কৃত কলেজত 'সংস্কৃত পৰীক্ষা বোৰ্ড' নামেৰে এখন পৰিষদ আছিল। আচাৰ্য্য তাৰ এজন সভ্য আছিল। এবাৰ কোনো এখন বিশেষ অধিৱেশনত কামৰূপৰ প্ৰতিনিধিত্ব কৰি সভাত থিয় হৈ কলে,

অমুষ্যাং সভায়াং মমৈষা প্ৰতিজ্ঞা,
ভুজঙ্গ-প্ৰয়াতং বিনা বাগ ন বাচ্যে।

এনেকৈ আৰম্ভ কৰি তেওঁ তেওঁৰ বক্তব্য শেষ কৰিলে। ছকুটতকৈও বেছি ওখ, শ্যামবৰণীয়া, ক্ষীণ, শুভ্ৰবস্ত্ৰ পৰিহিত, মূৰত পাগুৰি আৰু ভোটা তৰাৰ দৰে উজ্জ্বল চকুৰে চাৰিওকালে দৃষ্টি সন্নিহিত কৰি নিৰ্ভুল উচ্চাৰণেৰে বীণা ঝঙ্কাৰৰ নিচিনা এটি এটিকৈ সুললিত ছন্দেৰে আচাৰ্য্যৰ বক্তব্য শেষ হোৱাৰ পিছত সভাত এটি গুঞ্জন উঠিল। সেই সভাত কেবাজনো জাৰ্মান আৰু আন বিদেশী পণ্ডিত উপস্থিত আছিল। কেইজনমান পণ্ডিতে উঠি কলে, "ভট্টাচাৰ্য্য ডাঙৰীয়াই আমাক অন্য ছন্দত শ্লোক ৰচনা কৰি শুনাওক।" হাঁহি মাৰি আচাৰ্য্যই সুধীমণ্ডলীৰ মনোৰঞ্জনাৰ্থে ছন্দে ছন্দে ছন্দৰ ঢৌ তুলি সকলোকে মুগ্ধ কৰিলে।

পিছ দিনাই এই বাতৰি চাৰিওকালে প্ৰচাৰিত হ'ল। পণ্ডিত গৌৰীদত্ত মিশ্ৰৰ লগত আচাৰ্য্যই কলিকতা বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্যক দেখা কৰিবলৈ গ'ল। সেই সময়ত মহামহোপাধ্যায় হৰপ্ৰসাদ শাস্ত্ৰীও তাত উপস্থিত আছিল। উপাচাৰ্য্যই আচাৰ্য্যলৈ বিশ্ববিদ্যালয়ৰ আসন এখন আগবঢ়াই কলে, "আপোনাৰ নিচিনা প্ৰতিভাশালী পুৰুষ এজনে অখ্যাত কামৰূপত বাস কৰিলে তাৰপৰা তাৰ জ্যোতি দেশৰ চাৰিওকালে যাব নোৱাৰে। বিশ্ববিদ্যালয়ৰ আসনখন গ্ৰহণ কৰি আপুনি কলিকতাতে থাকক।" তাৰ উত্তৰত আচাৰ্য্যই উপাচাৰ্য্যক ধন্যবাদ জনাই কলে, "ট্ৰাম-বাছৰ বিকট- ৰব আৰু জনকোলাহলপূৰ্ণ মহানগৰীত বাস কৰি মই শান্তি নাপাম। বিশেষকৈ মই মোৰ স্বদেশবাসীসকলক সেৱা কৰিবলৈ সুযোগ হেৰুৱাম। শয়নে-সপোনে মই কেৱল কামাখ্যাপীঠৰ কথা ভাবো।

যত্ৰাস্তে নীলশৈলে হৰিহৰবিধিভিঃ সেব্যমানা সুৰেশৈঃ।
কামাখ্যা যত্ৰ সাক্ষাৎ মণিগিৰি শিখৰে মাধৱো বাজি বক্তঃ॥

কেদাৰো যত্ৰলিঙ্গং মদনগিৰিবৰে নিত্য আৰদ্ধ আৰদ্ধমানঃ।
লৌহিত্যঃ পুণ্যতোয়ৈঃ বহতি বিধিসুতো দৰ্পিতঃ সাম্বুজন॥
বিপ্ৰাঃ বেদান্ত-বেদাগম-নিপুণতমাঃ ধাৰ্মিকাঃ যত্ৰ সন্তি।
ভূপালাঃ ধৰ্মপালাঃ ত্ৰিভুবন বিজয়িনো যত্ৰ প্ৰাকজ্যোতিষাখ্যে॥
সাস্মাকং জন্মভূমিঃ সকল বসুমতী মণ্ডলি সাৰভূতা।
কস্তুৰি-স্বৰ্গ-কালাগৰু-গবতুৰ-গান্ধাকৰঃ,কামৰূপঃ॥"

এনেকৈ আচাৰ্য্যই তেওঁৰ জন্মভূমিৰ পৰিচয় দি তাৰপৰা বিদায় ললে। যিজন পুৰুষে নিজৰ দেশত মাহে ২৫/৩০ টকাত অধ্যাপনা কাম কৰি ঘূৰি, যিজন পুৰুষে ভাগৱত পাঠ কৰি ৫ টকাৰ প্ৰণামীও আনন্দ মনেৰে গ্ৰহণ কৰে, তেওঁ আজি সৰ্বজন আকাঙ্খিত কলিকতা বিশ্ববিদ্যালয়ৰ মাহে হেজাৰ বাৰশ টকাৰ আসন এখন অকাতৰে অম্লান বদনে প্ৰত্যাখ্যান কৰি গুচি আহিল। স্বদেশপ্ৰেমৰ কি মহিমা!

এসময়ত কটন কলেজৰ সভা এখনত আচাৰ্য্যই সংস্কৃত শ্লোকেৰে ভাষণ দিছিল। তাকে শুনি পণ্ডিত লক্ষ্মীনাৰায়ণ চেটাৰ্জীয়ে কলে, "ভট্টাচাৰ্য্য ডাঙৰীয়াই যি ছন্দেৰে ভাষণ দিলে, সেই ছন্দ সংস্কৃত সাহিত্যত নাই।" হাঁহি মাৰি আচাৰ্য্যই কলে, "এৰা নাই, এই ছন্দ সংস্কৃত সাহিত্যত মোৰ অৰিহণা। ই কুক্কুটী ছন্দ নামেৰে অভিহিত হব।"

বঙ্গীয় সাহিত্য পৰিষদৰ গুৱাহাটী শাখাৰ ৫ম আৰু ৬ষ্ঠ অধিবেশনত আচাৰ্য্যই নিজে বৃত্তমঞ্জৰীৰ যি পৰিচয় দিছিল তাৰে দুটামান কথা তলত দিয়া হল:

"আমাৰ এই কামৰূপত প্ৰাচীন ছন্দোবিদ আৰু মুনি প্ৰণীত বৃহৎ ছন্দ-গ্ৰন্থবোৰৰ বহুতে প্ৰতিভাশালী হৈয়ো কবিত্ব প্ৰকাশ কৰিব নোৱাৰে। এই দুখত অনুতপ্ত হৈ বিশাল ছন্দ শাস্ত্ৰৰপৰা সংগ্ৰহ কৰি বৃত্তমঞ্জৰী ৰচনা কৰিলোঁ।" পিছত তেওঁ তাত ভট্টিকাব্যৰ আৰু ছন্দমঞ্জৰীৰ ভ্ৰম বা প্ৰমাদ, কালিদাসৰ শ্ৰুতবোধৰ অসম্পূৰ্ণতা আৰু ভ্ৰমবোৰ বিশেষভাৱে আলোচনা কৰিছে।

•আচাৰ্য্যই পাণিনী শিক্ষা প্ৰচাৰৰ কাৰণে দামোদৰ ধামত বিত্তালয় এখন প্ৰতিষ্ঠা কৰি তেওঁৰ স্বোপাৰ্জ্জিত ৯০০০ টকা দান কৰে। সেই বিত্তালয়খন এতিয়া ধীৰেশ্বৰ বিত্তালয় নামেৰে প্ৰখ্যাত।

ইং ১৯১৯ চনৰ কাতি মাহৰ ৮ তাৰিখে ৰাতি ৯মান বজাত আঠঘৰীয়া গাঁৱত ৬৮ বছৰ বয়সত অসমৰ উজ্জ্বল ৰত্ন মহামহোপাধ্যায় ধীৰেশ্বৰ ভট্টাচাৰ্য্য স্বৰ্গী হয়।

# ভ্ৰাম্যমান নাট্য আন্দোলনৰ বাটকটীয়া ঃ সন্তৰাম চৌধুৰী

শ্ৰীসতীশচন্দ্ৰ চৌধুৰী

অসমীয়া ৰঙ্গমঞ্চ তথা ভাষা-সংস্কৃতিৰ ৰক্ষণাবেক্ষণ তথা প্ৰচাৰৰ বাবে যিসকলে আশাশুধীয়া প্ৰচেষ্টা চলাই গৈছে সেই সকলৰ ভিতৰত অসমৰ ভ্ৰাম্যমান নাট্য আন্দোলনৰ বাটকটীয়া, অসমীয়া কলা-কৃষ্টিৰ সাধক নাট্যকাৰ তথা সাহিত্যসেৱী বজালী পৰগণাৰ স্বৰ্গীয় সন্তৰাম চৌধুৰী অন্যতম।

১৭৯৩ শকৰ ফাগুন মাহৰ ১৪ তাৰিখে পবিত্ৰ দ্বাদশী তিথিত সন্তৰামদেৱ চৌধুৰীয়ে পাঠশালা গাঁৱত জন্মগ্ৰহণ কৰে। তেওঁ বিখ্যাত চৌধুৰী বংশৰ লোক। তেওঁৰ পিতৃ আৰু মাতৃৰ নাম যথাক্ৰমে স্বৰ্গীয় আত্মাৰাম দেৱ চৌধুৰী আৰু স্বৰ্গীয়া হেমোপ্ৰিয়া দেৱী। পিতৃ আত্মাৰামৰ যত্ন আৰু তৎপৰতাত সন্তৰাম চৌধুৰীয়ে ন বছৰ বয়সত সুখ্যাতিৰে প্ৰাথমিক শিক্ষা শেষ কৰে। সেই সময়ত বজালী পৰগণাত শিক্ষাৰ কোনো ব্যৱস্থা নাছিল। সেই কাৰণে সন্তৰামে ঘৰতে পঢ়ি ছাত্ৰবৃত্তি পৰীক্ষাৰ পাঠ্যক্ৰম তথা মধ্য ইংৰাজী পৰীক্ষাৰ পাঠ্যক্ৰম শেষ কৰে। পিছত ছাত্ৰবৃত্তি আৰু মধ্য ইংৰাজী পৰীক্ষাত বৃত্তিসহ উত্তীৰ্ণ হয়। তেওঁৰ এই প্ৰতিভাৰ কথা জানি সেই সময়ৰ সহকাৰী পৰিদৰ্শক নদীয়াবিহাৰী দাসে মাতি নি তেওঁৰ পাঠশালা মধ্য ছাত্ৰবৃত্তি বিদ্যালয়ৰ প্ৰধান শিক্ষকৰ পদত নিয়োগ কৰে। চাকৰি পোৱাৰ পিছতে তেওঁ নৰ্মাল পাঠ্যক্ৰম পঢ়িবলৈ লয় আৰু সংস্কৃত চৰ্চ্চাও কৰে। পিছত নৰ্মাল পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হোৱাৰ উপৰিও সংস্কৃততো ব্যুৎপত্তি লাভ কৰে।

বৰপেটা লোকেল বোৰ্ডৰ অধীনত থকা পাঠশালা মধ্য ছাত্ৰবৃত্তি

বিত্তালয়ত তেওঁ একেবাহে প্রায় বাইশ বছৰ কাল শিক্ষকতা কৰে। ইয়াৰ পিছত পাটাছাৰকুছি মধ্য ইংৰাজী বিত্তালয়ত প্রধান শিক্ষক হিচাপে কার্য্যনির্বাহ কৰে আৰু তাবপৰাই অৱসৰ গ্রহণ কৰে। এগৰাকী আদর্শ শিক্ষক হিচাপে সেই সময়ত তেওঁৰ নাম সমগ্র অসমতেই বিয়পি পৰে। তেওঁৰ অগণন ছাত্রই পিছলৈ অসমৰ বিভিন্ন উচ্চ পদত অধিষ্ঠিত হয়। 'বজালীৰ বত্ন' স্বর্গীয় কামেশ্বৰ দাস স্বর্গীয় সন্তবাম চৌধুৰীৰেই এটি উজ্জ্বল আবিস্কাৰ। শিক্ষক হৈ থকা কালত আৰু অৱসৰ গ্রহণ কৰাৰ পিছত সন্তবাম চৌধুৰীয়ে বজালী তথা অসমৰ সামাজিক আৰু সাংস্কৃতিক বিভিন্ন কামত সততে ব্যস্ত থাকে। তাৰ ভিতৰত অসমত বলিহীন পূজা, বিধবা বিবাহ প্রচলন, বাল্যবিবাহ বন্ধ কৰা ইত্যাদিয়েই প্রধান। বজালী পৰগণাত তেওঁ বলিহীন পূজাৰ প্রচলনৰ বাবে উঠিপৰি লাগে আৰু উক্ত কার্য্যত সফলতাও লাভ কৰে। বিধবা বিবাহ প্রচলনতো তেওঁ আংশিকভাবে সফল হয়। সন্তবাম চৌধুৰী প্রমুখ্যে অসমৰ বিজ্ঞ লোক সকলৰ চেষ্টাত বাল্যবিবাহ পিছলৈ চৰকাৰেই নিষিদ্ধ কৰি দিয়ে। ইয়াৰ উপৰিও সামাজিক সকলো কামৰে আগৰণুৱা হিচাপে তেওঁ অশেষ ত্যাগ স্বীকাৰ কৰে। গাঁও সংগঠনতো তেওঁ উঠিপৰি লাগে আৰু গাঁৱত লগা কাজিয়াবোৰ তেওঁ গাঁৱতে সভা পাতি মিতমাত কৰাৰ পোষকতা কৰে। এনেবোৰ কাৰণতে তেওঁ সেই সময়ত সমগ্র কামৰূপ জিলাতে 'মেল্‌কী' বুলি পৰিচিত হয়।

এজন আদর্শবান শিক্ষক আৰু সমাজসেৱীৰ উপৰিও স্বর্গীয় চৌধুৰী আছিল একেধাৰে সাহিত্যসেৱী তথা নাট্যকাৰ। অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ মুখপত্র 'জোনাকী' কাকত ওলায় ১৮৮৯ চনত। 'বিজুলী' কাকত ওলায় কলিকতাৰ পৰা ১৮৯০ চনত। ১৯০৭ আৰু ১৯০৯ চনত ক্রমে 'উষা' আৰু 'বাঁহী' কাকত ওলায়। অসমীয়া ভাষা উন্নতি সাধিনী সভা আৰু সেই সময়ৰ কাকতবোৰে অসমীয়া সাহিত্যলৈ অভাৱনীয় বৰঙণি দিয়াৰ উপৰিও অসমৰ গাঁৱে ভূঞে এচাম ন লিখকৰ জন্ম দিয়ে। 'জোনাকী', 'বিজুলী', 'উষা', 'বাঁহী' আদি কাকত পঢ়ি

সত্তৰাম চৌধুৰীও অনুপ্ৰাণিত হয়। ছাত্ৰ অৱস্থাত যদিও নাটৰ দৃশ্য আদি মঞ্চস্থ কৰাত মন মেলিছিল তথাপি লিখাত একাণপতীয়াকৈ লগা নাছিল। জোনাকী যুগৰ সাৰথি সকলৰ দ্বাৰা উদ্বুদ্ধ হৈ সত্তৰাম চৌধুৰীয়েও অসমীয়া ভাষাক সেৱা কৰিবলৈ অনুপ্ৰাণিত হয়। এই সময়ত ৰচনা কৰা তেওঁৰ কিছুমান ৰচনা সেই সময়ৰ আলোচনী বিশেষে প্ৰকাশ পায়। তেওঁৰ 'সত্য অন্বেষণৰ পথত বজালী' শীৰ্ষক দীঘলীয়া প্ৰবন্ধ বাঁহীত প্ৰকাশ পায়। পিছলৈ কবিতা প্ৰবন্ধ আদি লিখিবলৈ বাদ দি দৃশ্য দৃশ্যাংশ আদি ৰচনাতহে মনোনিবেশ কৰে। আনুমানিক ১৯১০ চন মানত পাঠশালা মজলীয়া বিদ্যালয়ত অসম সাহিত্য সভাৰ এখনি বিশেষ আলোচনা সভা বহে। সভাত স্বৰ্গীয় ইন্দ্ৰেশ্বৰ বৰঠাকুৰ আৰু স্বৰ্গীয় অম্বিকাগিৰী ৰায়চৌধুৰীও উপস্থিত আছিল। সভাত বজালী পৰগণাত অসমীয়া ভাষা সাহিত্যৰ বহুল প্ৰচাৰত মন দিয়া হয়। সভাই অঞ্চলটোত অসমীয়া ভাষা সাহিত্যৰ প্ৰচাৰৰ ভাৰ চৌধুৰীৰ ওপৰতে দিয়ে। পিছলৈ চৌধুৰীয়ে শনিবৰীয়া সভাৰ ব্যৱস্থা কৰে আৰু অসমীয়া ভাষা তথা নাট্যকলাৰ বিষয়ে নিজেই আলোচনা কৰিবলৈ লয়। সেই সময়ত বজালীৰ কথাতো বেলেগেই সমগ্ৰ অসমতে বঙলা নাটৰহে ব্যাপক প্ৰচলন আছিল। বঙলা নাটৰ প্ৰচলন বজালীত বন্ধ কৰিবৰ বাবে চৌধুৰী ডাঙৰীয়া বদ্ধপৰিকৰ হয়। নাট ৰচনাৰ প্ৰথম পদক্ষেপ হিচাপে তেওঁ প্ৰথমে ৰামায়ণ, মহাভাৰত আদিৰ কাহিনীক পদ ছন্দত নাটকীয় ৰূপ দি গায়নবায়নৰ নাট ৰচনাত মনোনিবেশ কৰে আৰু উক্ত কাৰ্য্যত কৃতকাৰ্য্যতাও লাভ কৰে। আজৰি সময়ত তেওঁ শিশুবিলাকৰ উপযোগীকৈ 'লাচিত বীৰ', 'বদন ফুকন', 'মানৰ দিন', 'জয়মতী', 'বেউলা' আদি সৰু সৰু দৃশ্য দৃশ্যাংশ অসমীয়া ভাষাত ৰচনা কৰে। এই দৃশ্য দৃশ্যাংশবোৰ তেওঁ ১৯১৫ ৰপৰা ১৯২০ৰ ভিতৰত ৰচনা কৰে। ১৯১৮ চনৰপৰা ১৯২৬ চনৰ ভিতৰত তেওঁ 'পাৰ্থসাৰথি', 'ধ্ৰুবচৰিত,' 'শ্মশান', 'অনন্ত মাহাত্ম্য', 'ত্ৰিশঙ্কুৰ স্বৰ্গলাভ, 'বনবীৰ' আৰু 'জয়দেৱ' নামৰ পূৰ্ণাঙ্গ নাট সাতখন ৰচনা কৰে।

পাৰ্থসাৰথি, ধ্ৰুবচৰিত, অনন্ত মাহাত্ম্য, শ্মশান, ত্ৰিশঙ্কুৰ স্বৰ্গলাভ আৰু জয়দেৱ ধৰ্মমূলক নাট। ধৰ্মমূলক নাটৰ কাহিনীসমূহ পুৰাণ, ভাগৱত আদিৰপৰা লোৱা। বনবীৰ বুৰঞ্জীমূলক নাট। ধৰ্মমূলক নাট পাৰ্থসাৰথি সন্তৰাম চৌধুৰীৰ প্ৰথম পূৰ্ণাঙ্গ নাট। নাটখনি তিনি অঙ্কীয়া। ইয়াক শিশু নাটকৰ শ্ৰেণীত পেলাব পাৰি। নাটত কুৰু-পাণ্ডৱৰ পাশাখেলৰপৰা আৰম্ভ কৰি দ্ৰোণাচাৰ্য্য বধলৈ বৰ্ণনা কৰা হৈছে। নাটখনি অমিত্ৰাক্ষৰ ছন্দত ৰচিত। নাটত গীতৰ প্ৰভাৱ বেছি বাবে ইয়াক "পাৰ্থসাৰথি গীতাভিনয়" বুলিও কব পাৰি। নাটখনিৰ মাজেৰে চৌধুৰীদেৱৰ নাট ৰচনাত থকা প্ৰতিভাৰ চিনাকি পোৱা যায়। নাটত অৰ্জুনে যেতিয়া জ্ঞাতি, বন্ধু, ভাতৃসকলক দেখি যুদ্ধ নকৰিবলৈ স্থিৰ কৰে তেতিয়া শ্ৰীকৃষ্ণই অৰ্জুনক বুজনি দিছিল এইদৰে—

"হে গাণ্ডিৱী
সুহৃদ প্ৰধান।
সখা মোৰ,
কোৱাচোন বাৰু
কোনেনো ৰচিছে ৰণনীতি?
... ..... . .. ...............
যুদ্ধ—
ক্ষত্ৰিয়ৰ মহাধৰ্ম মহাব্ৰত।
এই নীতি ৰচিছা তুমিয়ে।
এই মহাভাৰতত॥
.........................
ক্ষত্ৰিয়ৰ সন্তান তুমি
ৰচিব লাগিব নৱ-নীতি।"

ধ্ৰুবচৰিত তেওঁৰ ইয়াৰ পিছৰ ৰচনা। ধ্ৰুবৰ আখ্যানৰ আধাৰত নাটখনি ৰচিত। ইয়াত ধ্ৰুবৰ জন্মৰপৰা ভগবানৰ স্বৰূপ দৰ্শনলৈ সংঘটিত কাহিনী চিত্ৰিত কৰা হৈছে। অমিত্ৰাক্ষৰ ছন্দত ৰচিত নাটখনি

সাত অষ্টীয়া। শেষবাৰিনে ক্ৰোড়াঙ্ক এটিও সন্নিবিষ্ট কৰা হৈছে। নাটখনি ভেওঁ "অসমীয়া ধ্ৰুবচৰিত গীতাভিনয়" আকাৰে ছপাই উলিয়ায়। নাটখনিত গীতৰ প্ৰাধান্য বেছি। কেউটা ৰসেৰেই ধ্ৰুবচৰিত সমাদৃত। তৃতীয় গৰ্ভাঙ্কত সুনীতিৰ মুখত দিয়া গীতটিত সেই সময়ৰ অসমী জননীৰ ছবি পোৱা যায়—

"কি গুণে জননী আজি আকুল দুখুনী প্ৰাণ।
কান্দে মন অনুক্ষণ দেখো যত অলক্ষণ॥
আৰবিছে দশোদিশ ভীমনাদে হুতাশন।
দহিব লাগিছে যেন সুখময় ইন্দুবন॥
থাকি থাকি কঁপে বুকু জৰিছে নেত্ৰৰ নীৰ।
অৱিষসন্ন মনপ্ৰাণ অসাৰ ই দেহ মোৰ॥"

সেইদৰে উত্তানপাদ ৰজাৰ মুখত দিয়া বহুতো বচনৰ মাজেৰে ভাৰতীয় নাৰীৰ সতীত্বৰ ছবি পোৱা যায়।

"উত্তান : কদাচ সুনীতি মোৰ নোহে ব্যভিচাৰী।
যদি হয় ব্যভিচাৰী ৰমেশৰ ৰমা
শিৱৰ শিৱানী কিম্বা ব্ৰহ্মাৰ ব্ৰহ্মাণী,
তথাপিতো সুনীতিৰ চৰিত্ৰ অমল।"

নাটৰ পুৰঞ্জয় চৰিত্ৰৰ মাজেৰে বীৰৰস পোৱা যায় আৰু ই ডেকাশক্তিৰ উৎস স্বৰূপ।

"পুৰঞ্জয়: অগ্নি! অগ্নি!
এই এই প্ৰজ্বলিত তীব্ৰ দাবানল!
আহা! গৰ্জি গৰ্জি গভীৰ গৰ্জনে;
..................................
একো নাই এই জগতত;
প্ৰতাৰণা প্ৰবঞ্চনা মাথোঁ।"

মাতৃ-ভক্তিৰ স্বৰূপ বৰ্ণনা কৰি পুৰঞ্জয়ৰ মুখত দিয়া সংলাপে ডেকা-ডেকেৰীক দেশমাতৃৰ ভাৰত উদ্বুদ্ধ কৰাৰ নিদৰ্শন—

"পুৰঞ্জয় : তোমাৰ আদেশ আই
নোৱাৰো এৰাব।
.....................
আজি মুখুলিম আৰু
তোমাৰ সন্তানে
কৰিছোঁ প্ৰতিজ্ঞা,
'যতো ধৰ্মস্ততো জয় :'
'যতো ধৰ্মস্ততো জয়ঃ।"

সংসাৰখন যেন ৰঙ্গমঞ্চ আৰু আমি যেন তাৰ ভাৱৰীয়া। এনে ভাৱত বিভোৰ হৈ নাট্যকাৰে নাৰদৰ মুখত দিয়া গীতৰ অংশবিশেষ হ'ল :

"কোনে বুজে জগতত ঈশ্বৰৰ লীলা?
লীলামঞ্চ এই ভৱ নাট্য মন্দিৰত!
অভিনেতা প্ৰাণী মাত্ৰে
জগতক দেখাইছে ঈশ্বৰৰ লীলা!
চোৱা চোৱা জগত নিবাসী
জ্ঞান চক্ষু উন্মিলিত কৰি
................ ............ ।"

মুঠতে ধ্ৰুৱচৰিত অসমীয়া নাট্য সাহিত্যলৈ উল্লেখনীয় অৱদান বুলি কব পাৰি।

তেওঁৰ বুৰঞ্জীমূলক নাট 'বনবীৰ'ৰ কাহিনী তাৎপৰ্য্যপূৰ্ণ। মেৱাৰৰ সিংহাসন লৈ হোৱা গৃহ-কন্দলত বীৰ বনবীৰে বিক্ৰমজিতক হত্যা কৰি ভায়েক উদয়সিংহকো হত্যা কৰিবলৈ উদ্যত হয়। উপায়ন্তৰ হৈ বিক্ৰমজিতৰ ধাত্ৰী পান্নাই বিশ্বাসী মন্ত্ৰীৰ দ্বাৰা উদয় সিংহক পলুৱাই পঠায় আৰু উদয়ৰ পৰিবৰ্তে নিজ পুত্ৰক বলি দি মেৱাৰৰ ৰাজবংশ ৰক্ষা কৰে। ইয়াত ধাত্ৰী পান্নাক ভাৰতীয় আদৰ্শ নাৰী হিচাপে দেখুৱা

হৈছে। 'জয়দেৱ' চৌধুৰীৰ ধৰ্মমূলক নাট। ইয়াত পৰম ধাৰ্মিক জয়দেৱৰ দুঃসহ জীৱন-বৃত্তান্তৰ কাহিনী উপস্থাপন কৰা হৈছে। লগতে মুছলমানে বঙ্গৰ হিন্দু ৰাজ্য আক্ৰমণ কৰাৰ কাহিনীও আংশিকভাৱে দেখুৱা হৈছে। 'অনন্ত মাহাত্ম্য'ত ভগৱানে যুগে যুগে অৱতাৰ ধাৰণ কৰি পৃথিৱীৰপৰা দৈত্য-দানৱ তথা অপশক্তিক কিদৰে নাশ কৰি নিজৰ মাহাত্ম্য প্ৰচাৰ কৰিছে তাৰেই কাহিনী চিত্ৰিত কৰা হৈছে। ভাগ্য আৰু কৰ্মৰ বিবাদত কৰ্মক আশ্ৰয় কৰি কেনেকৈ ৰজা ত্ৰিশঙ্কুই ভাগ্যৰ চক্ৰান্তত নিৰ্য্যাতিত হৈ চণ্ডালত্ব প্ৰাপ্ত হৈও ৰাজৰ্ষি বিশ্বামিত্ৰৰ তপোবলত সশৰীৰে স্বৰ্গলাভ কৰিবলৈ সমৰ্থ হোৱাত দেৱতাৰ ক্ৰূৰ দৃষ্টিত বিশ্বামিত্ৰ সৃজিত সপ্তৰ্ষি স্বৰ্গত উপবিষ্ট হৈছিল তাৰ কাহিনী 'ত্ৰিশঙ্কুৰ স্বৰ্গলাভ' নাটৰ মাজেৰে দেখুৱা হৈছে। 'শ্মশান' ৰজা হৰিশ্চন্দ্ৰৰ উপাখ্যানৰ আধাৰত ৰচিত পৌৰাণিক নাট। ইয়াৰ উপৰিও তেওঁ স্বৰ্গীয় ৰামনাথ শৰ্মা অনুদিত 'বিজয় বসন্ত', 'লক্ষবলী', 'পঞ্চনদ' আদি নাট মঞ্চৰ উপযোগী কৰি তোলে।

নিজে নাট ৰচনা কৰাৰ উপৰিও তেওঁ এদল নাট্যকাৰ সৃষ্টি কৰাৰ পক্ষপাতী আছিল আৰু উক্ত কাৰ্য্যত তেওঁ সফলো হৈছিল। তেওঁ ৰচনা কৰা নাটসমূহৰ ভিতৰত সম্প্ৰতি "অসমীয়া ধ্ৰুবচৰিত গীতাভিনয়" খনহে উদ্ধাৰ কৰিব পৰা গৈছে। সম্প্ৰতি উদ্ধাৰ হোৱা নাটখনিৰ আৰম্ভণি আৰু শেষৰ ফালে কেইখিলামান পাত কালৰ সোঁতত মৰহি যোৱা।

নাট্যকাৰ তথা সাহিত্যসেৱী হোৱাৰ উপৰিও স্বৰ্গীয় সন্তৰাম চৌধুৰী আছিল এগৰাকী সুদক্ষ অভিনেতা আৰু অসমৰ ভ্ৰাম্যমান নাট্য আন্দোলনৰ পথ-প্ৰদৰ্শক। আগেয়ে কোৱা হৈছে যে সেই সময়ত অকল বজালীতে নহয় সমগ্ৰ অসমতেই বঙলা নাটকৰ ব্যাপক প্ৰচলন আছিল। গায়ন-বায়নৰ দলসমূহেও বাঙলা নাটকৰ অনুকৰণত অসমীয়াত ৰামায়ণ-মহাভাৰতৰ কাহিনীক পদ আৰু ছন্দত নাটকীয় ৰূপত অভিনয় কৰি দৰ্শকৰ মন আকৰ্ষণ কৰিছিল। গায়ন-বায়ন

অসমীয়া ভাওনাৰে অনুৰূপ বুলি কব পাৰি। গায়ন-বায়ন ঘাইকৈ কামৰূপতে আৰম্ভ আছিল। গায়ন-বায়নতো এজন সূত্ৰধাৰ আছিল। বঙ্গালীত উক্ত সূত্ৰধাৰক 'সতুধ্বৰ' বুলিহে কোৱা হৈছিল। সতুধ্বৰ হিচাপে স্বৰ্গীয় সন্তৰাম চৌধুৰীৰ নাম সেই সময়ত জাকতজিলিকা আছিল। পিছত এক অগ্নিকাণ্ডত তেওঁৰ ঘৰ ভস্মীভূত হোৱাৰ উপৰিও সূত্ৰধাৰ হিচাপে পিন্ধা অতি মৰমৰ পোছাকযোৰো পুৰি ছাঁই হোৱাত মনত বৰ আঘাত পায় আৰু তেতিয়াৰে পৰাই তেওঁ গায়ন-বায়নত সূত্ৰধাৰ হবলৈ এৰি পেলায়। সেয়ে সূত্ৰধৰ চৰিত্ৰৰ মাজেৰেই তেওঁ অভিনয়ত নামে বুলি ভাবিবৰ থল আছে। নাট ৰচনাৰ প্ৰথম পদক্ষেপতে তেওঁ বিভিন্ন দৃশ্য-দৃশ্যাংশ ৰচনা কৰিবলৈ লোৱাৰ কথা আগেয়ে আলোচনা কৰা হৈছে। উক্ত দৃশ্য-দৃশ্যাংশবোৰ তেওঁ বিভিন্ন সভা-সমিতিৰ ছাত্ৰৰ দ্বাৰাই অভিনয় কৰাবলৈ লয় আৰু উক্ত কাৰ্য্যত সফলো হয়। বঙ্গালীত সম্ভৱ ই প্ৰথম অসমীয়া অভিনয। এই অভিনয়ে সেই সময়ৰ অসমীয়া দৰ্শক সকলক বিশেষভাৱে আকৰ্ষিত কৰে। ফলত স্বৰ্গীয় চৌধুৰীৰ পৰিশ্ৰম সাৰ্থক হয় আৰু ৰাইজৰ ফালৰ-পৰাও সমাদৰ লাভ কৰে। ৰাইজৰ সহযোগৰ প্ৰতি নতি স্বীকাৰ কৰি ইয়াৰ পিছত তেওঁ 'পাৰ্থসাৰথি' মঞ্চস্থ কৰিবলৈ লয। পাঠশালা ছাত্ৰবৃত্তি বিদ্যালয়ৰ সৰস্বতী পূজাত নাটখনি প্ৰথমে ছাত্ৰৰ হতুৱাই মঞ্চস্থ কৰি ৰাইজৰ ভূয়সী প্ৰশংসা লাভ কৰে। এই কাৰ্য্যত তেখেতে স্বৰ্গীয় কালীনাথ চৌধুৰী, স্বৰ্গীয় সিদ্ধেশ্বৰ শৰ্মা আদিৰ অকুণ্ঠ সহায় লাভ কৰে। নাটত ভাও লোৱা সকলৰ ভিতৰত ৺হৰেন্দ্ৰ চৌধুৰী, ৺হৰেশ্বৰ সুত, ৺সন্তৰাম, ৺অধিৰথ আদিৰ নাম বিশেষভাৱে উল্লেখযোগ্য। এই সময়তে ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাৰ খুহুতীয়া নাটসমূহে অসমীয়া পাঠকৰ আদৰ পোৱাৰ বাতৰি ওলায়। স্বৰ্গীয় চৌধুৰীয়েও নাট্যাভিনয়ৰ দ্বাৰা অসমীয়া ভাষাৰ বহুল প্ৰচাৰত উঠিপৰি লাগে আৰু পাঠশালা থিয়েটাৰ পাৰ্টি নামৰ নাট্যদল এটি সংগঠিত কৰে। অস্থায়ী মঞ্চ সাজি ইয়াৰ কিছুদিন পিছতে 'পাৰ্থসাৰথি' গীতাভিনয় কৰা হয়। অসমীয়া

নাটকৰ অভিনয়ে সমগ্ৰ বঙ্গালীতে খলক লগাই দিয়ে। বাইজ তথা দৰ্শকৰ পৰা বল পাই ইয়াৰ পিছত ভেখেতে বাকী নাটকসমূহো মঞ্চস্থ কৰে। ইতিমধ্যে ওচৰৰ বাজহুৱা সভা আদিৰ পৰাও নাট অভিনয়ৰ বাবে আহ্বান আহিল। সেই সময়ত দৃশ্যপট আদি বাহিৰৰ পৰা অনাৰ কোনো সুবিধা নথকা বাবে চৌধুৰীদেৱে নিজ হাতেৰে সেইবোৰ অঙ্কণ কৰিবলগীয়া হৈছিল। নিজে পট আঁকি তাক অভিনয়ৰ উপযোগী কৰি তোলা কাম সেই সময়ত কেৱল দুঃসাহসেই নহয়, অশেষ কষ্টসাধ্যও আছিল। পাঠশালা থিয়েটাৰ পাৰ্টিক পাঠশালা নাট্য সমিতি নাম দি ভ্ৰাম্যমান নাট্যদল গঠন কৰি লোৱা হয়। বৰপেটাৰ মতিবাবু আৰু নলবাৰীৰ কমলাকান্ত অধিকাৰী থাকিল দলৰ গীত আৰু বাদ্যৰ প্ৰশিক্ষক হিচাপে। এয়ে অসমৰ প্ৰথম ভ্ৰাম্যমান নাট্যদল। দলৰ সমূহ সামগ্ৰী গৰু-ম'হৰ গাড়ীত এঠাইৰপৰা আন এঠাইলৈ নিয়া হৈছিল। অভিনেতাবোৰে খোজকাঢ়ি বা গৰু-মহৰ গাড়ীত উঠি এঠাইৰপৰা আন ঠাইলৈ গৈছিল। যাতায়তৰ ভাল ব্যৱস্থা নথকা বাবে দলটিয়ে কামৰূপ আৰু গোৱালপাৰা জিলাৰ ভিতৰতে আবদ্ধ থাকিবলগীয়া হৈছিল। •সাৰ্থেবাৰী, নলবাৰী আৰু গুৱাহাটীত দলটিয়ে বছৰি একেৰাহে কেইবা নিশালৈ অভিনয় কৰিছিল। চৌধুৰীদেৱে নাট আৰু দল পৰিচালনা কৰাৰ উপৰিও নিজে অভিনয়ো কৰিছিল।

এদিনৰ কথা। সৰ্থেবাৰীৰ বিৰাট সভাৰ মুকলি মঞ্চত অভিনয় হৈছিল। 'ত্ৰিশঙ্কুৰ স্বৰ্গলাভ' নাটকৰ। স্বৰ্গীয় চৌধুৰীয়ে সুপৰ্ণৰ ভাৱত হাতত মুক্ত তৰোৱাল লৈ

"নাচ—
নাচ হেৰ উন্মুক্ত কৃপাণ
জননীৰ সন্মান ৰাখি,
পান কৰি পাপীৰ শোণিত
উতপ্ত হিয়াক—
শান্তি বাৰি কৰিবি বৰ্ষণ।"

বুলি কোৱাৰ লগে লগেই বহুতো দৰ্শকে ৰঙ্গমঞ্চলৈ উঠি গৈ তেওঁক আকোঁৱালি ধৰি আনন্দত চিঞৰি কৈছিল, "ভগবান আপোনাৰ সহায় হওক, অসমীয়া গীতাভিনয় সফল হওক····· ·।" এগৰাকী বৃদ্ধ দৰ্শকে কৈছিল,······তুমি পাৰিবা, জন্মভূমিক ৰক্ষা কৰিব তুমি পাৰিবা। আগবাঢা, আগবাঢা···।" অসমীয়া ধ্ৰুবচৰিত গীতাভিনয়ে দৰ্শকক বিশেষভাৱে আকৰ্ষিত কৰিব পাৰিছিল। পিছলৈ এনে হৈছিল যে দৰ্শকৰ মুখে মুখে ধ্ৰুবচৰিত গীতাভিনয়ৰ গীত আৰু বচন শুনা গৈছিল। পাঠশালা নাট্য সমিতিয়ে বহু ঠাইৰ বহুজনৰপৰা প্ৰশংসাপত্ৰ পাবলৈ ধৰিলে। নাট্যাচাৰ্য্য ইন্দ্ৰেশ্বৰ বৰঠাকুৰদেৱ আৰু অসমীয়া নাট্য জগতৰ অবিস্মৰণীয় শিল্পী ব্ৰজনাথ শৰ্মায়ো পাঠশালা নাট্য সমিতিলৈ দিহা-পৰামৰ্শ আগবঢাই উৎসাহ যোগাইছিল। স্বৰ্গীয় ৰামনাথ শৰ্মা চৌধুৰীদেৱৰ সোঁহাত স্বৰূপ আছিল। পিছলৈ স্বৰ্গীয় চৌধুৰীৰ যত্নত পাঠশালাত পাঠশালা নাট্য সমিতিৰ স্থায়ী মঞ্চ গঢ়ি উঠে। বাহিৰলৈ যোৱাৰ আগেয়ে এই মঞ্চত নাটৰ প্ৰস্তুতি চলোৱা হৈছিল। প্ৰস্তুতিৰ পিছত প্ৰথমে এই মঞ্চতে অভিনয় কৰি পিছলৈ বাহিৰত নাট মঞ্চস্থ কৰিবলৈ ওলাই যোৱাৰ ব্যৱস্থা আছিল। অসম তথা সম্ভৱ ভাৰততেই এইটোৱেই প্ৰথম ভ্ৰাম্যমান নাট্যদল আৰু প্ৰথম নাট্য আন্দোলন। চৌধুৰীদেৱক উক্ত কাৰ্য্যত সেই সময়ৰ ডেকা তথা বয়সস্থ চামে সকলো সময়তে অভাবনীয়ভাৱে সহায়-সহযোগ কৰিছিল। আজি প্ৰায় তিনি দশক আগেয়ে পাঠশালা নাট্য সমিতিৰ পুৰণি ৰঙ্গমঞ্চ জুইত জাহ যায়। পিছত তাৰ ঠাইত নতুন ৰঙ্গমঞ্চ নিৰ্মাণ কৰা হয় যদিও চৌধুৰীদেৱে ব্যৱহাৰ কৰা ৰঙ্গমঞ্চৰ আহিলাবোৰ ৰক্ষা কৰিব পৰা নগল। সুদক্ষ অভিনেতা 'সতুধৰ' তথা ভ্ৰাম্যমান নাট্য আন্দোলনৰ কুলপুৰোহিত চৌধুৰীদেৱে ১৮৫৮ শকৰ ফাগুন মাহৰ শুক্ল দ্বাদশী তিথিত স্বৰ্গী হয়।

# জাতনেতা উত্তমচন্দ্ৰ বৰুৱা

শ্ৰীপ্ৰফুল্ল বৰুৱা

যিসকল লোকে নিজৰ জ্ঞান-গৰিমা, ধনসম্পত্তি কেৱল নিজে উপভোগ নকৰি জনহিতকৰ কামত ব্যৱহাৰ কৰি আনন্দ লাভ কৰে, সেই সকল লোকক সমাজে বহুকাল পিছলৈ মনত ৰাখে। আন শ্ৰেণীৰ গুণী বা ধনী লোকক সমাজে সহজে পাহৰি যায়।

উত্তমচন্দ্ৰ বৰুৱা ডাঙৰীয়াৰ জন্ম হৈছিল কামৰূপ জিলাৰ নলবাৰী মহকুমাৰ অন্তৰ্গত উপৰবৰভাগ মৌজাৰ কমাৰকুছি গাঁৱত ১৮৬৯ চনত। ১৯১৫ চনত বৰুৱাদেৱ লোকান্তৰিত হবৰ ৫৮ বছৰ হল। কিন্তু বহুতে আজিও সিদিনাৰ কথাৰ তেওঁৰ কাৰ্য্যকলাপ স্মৰণ কৰে। ইয়াৰ কাৰণ এই যে তেওঁ সৰুৰেপৰা জ্ঞানপিপাসু আছিল। শ্ৰীমন্তৰ ঘৰত জন্মলাভ কৰিও বাঁল্য আৰু কিশোৰ জীৱনত অসহনীয় দুখ-কষ্টেৰে লাভ কৰা বিদ্যা-বুদ্ধি সৰ্বতিকালে সমাজৰ উন্নতিৰ হকে কামত লগাবৰ চেষ্টা কৰিছিল। উত্তমচন্দ্ৰ বৰুৱাৰ পিতৃ স্বৰ্গীয় ৰজতচন্দ্ৰ বৰুৱা আছিল বৃটিছ আমোলৰ বৰভাগ পৰগণাৰ প্ৰথম চৌধাৰী (ৰাজহ বা চৌথ আদায়-কাৰী)। এওঁৰ পিতামহ গৌৰীচন্দ্ৰ আৰু প্ৰপিতাহ মধুসূদন আছিল আহোমৰ দিনৰ বুজৰবৰুৱা। ৰজতচন্দ্ৰৰ পিতৃ বিজয়চন্দ্ৰই বহু সংস্কৃত আৰু অসমীয়া পুথি সাঁচিপাত আৰু তুলাপাতত লিখাই নিজৰ কুল-দেৱতা শ্ৰীশ্ৰীশ্যামৰায় দেৱগৃহৰ পুথিভঁৰাল চহকী কৰিছে। ইয়াৰ ভিতৰত শ্ৰীধৰ স্বামীৰ টীকাযুক্ত মূল গীতা, ভাগৱত, ভট্টদেৱ বিৰচিত কথাগীতা, কথা ভাগৱত আদি প্ৰধান।

১৮৫৪ চনত কামৰূপৰ জিলাধিপতি ই-এ ৰাউলাটে মিলচৰ ৰিপোৰ্টত সন্নিবিষ্ট চিঠিত কামৰূপৰ সেই সময়ৰ ভূমি অধিকাৰীসকলৰ তালিকাত ভিন্ ভিন্ মাটিৰ মালিক হিচাপে ৰজতচন্দ্ৰ বৰুৱাৰ নাম পাঁচবাৰ উল্লেখ কৰা হৈছে।

বৰুৱাদেৱৰ আত্মচৰিতৰপৰা বুজা যায় যে জীৱনৰ আদিছোৱাত তেওঁ দাৰুণ অভাৱ অনাটনৰ মাজেদি কটাবলগীয়াত পৰিছিল। কিন্তু সেই কঠোৰ প্ৰতিকূল অৱস্থায়ো তেওঁৰ অন্তৰ্নিহিত মহৎ গুণৰ বীজবোৰ নিষ্পেষণ কৰি নিৰ্মূল কৰিব পৰা নাছিল। বয়স হোৱাৰ লগে লগে তেওঁৰ অন্তৰৰ মহৎ গুণাৱলী কুসুমিত হৈ উঠিছিল। তেওঁৰ গাত ক্ষত্ৰিয়জনোচিত বৃত্তিৰ সম্যক উন্মেষ হৈছিল। বিমাতাপুত্ৰৰ হাতত নষ্ট হোৱা সম্পত্তি উদ্ধাৰ আৰু প্ৰাচীন কৃষ্টিৰে ভৰপূৰ গৃহস্থী ৰক্ষাৰ চেষ্টাত উত্তমচন্দ্ৰই ১৮৮৭ চনত হাইস্কুলৰ দ্বিতীয় শ্ৰেণীৰপৰা স্কুল এৰি ঘৰত বহাৰ লগে লগে সমাজ সংস্কাৰ আৰু গাঁও সংগঠনৰ কাম হাতত লয়।

সেই সময়ত অসম প্ৰদেশ যদিও সম্পূৰ্ণৰূপে বৃটিছ চৰকাৰৰ অধীনত আছিল তথাপি সেই কালত মানুহ, কি হিন্দু, কি মুছলমান, বিলাতী শিক্ষা বা আদবকায়দা গ্ৰহণ কৰিবলৈ টান পাইছিল বা অনিচ্ছুক আছিল।

সেই কালতে উত্তমচন্দ্ৰ বৰুৱাই সেই সময়ৰ চলন অনুপৰি ৰখা পাহকটা দীঘল চুলি বুজাই-বঢ়াই নোৱাৰিলে বলেৰে কটাই পেলাইছিল। মানুহে আধুনিক ধৰণৰ চোলা-চুৰিয়া পিন্ধিবলৈ আৰু অসমীয়াৰ শিৰস্ত্ৰাণ পাগ মাৰিবলৈ উৎসাহ দিছিল। সেই সময়ৰ সমাজৰ হানিকৰ প্ৰথাবোৰ নিবাৰণ কৰিবলৈও তেওঁৰ প্ৰাণপণ চেষ্টা কৰিছিল। লগতে সমাজৰ হিতকাৰী কাৰ্য্যাৱলীৰ আৱৰ্জনা গুচাই উন্নতি সাধনৰ চেষ্টা কৰিছিল। অহোপুৰুষাৰ্থ কৰি কন্যাপণ নিবাৰণী সভা পাতি পণপ্ৰথা বন্ধ কৰিছিল। তেতিয়া গণ্যমান্য লোকসকল বৰযাত্ৰী হওঁতে দোলাত উঠি যোৱা, মান ধৰিবলৈ গোটা পাণ আৰু থোক তামোলৰ ব্যৱহাৰ, বিয়াৰ সময়ত খাৰ-বাৰুদ পুৰি ধনৰ অপচয় ঘটোৱা আদিও সভা-সমিতি পাতি বন্ধ কৰিছিল।

নষ্ট পুখুৰী উদ্ধাৰ কৰা, গাঁৱলীয়া আৰু ৰাইজ আলিবোৰ মেৰামত কৰিবলৈ সেই অঞ্চলৰ ৰাইজক সংঘবদ্ধ কৰি তুলিছিল।

লগতে এনেবোৰ কামত সাহায্য পাবলৈ আবেদন-নিবেদন কৰি কৰ্তৃপক্ষৰ দৃষ্টি আকৰ্ষণ কৰিছিল।

কামৰূপ খণ্ডত এনে কিছুমান সাংস্কৃতিক অনুষ্ঠান আছিল যিবোৰৰ সাদৃশ্য আমাৰ আন কোনো ঠাইতে দেখা নগৈছিল যদিও বৰুৱাদেৱৰ সময়ত সেইবোৰ মৃতপ্ৰায় আছিল। তেওঁ বহু পৰিশ্ৰম আৰু অৰ্থব্যয় কৰি সেইবিলাক আকৌ সঞ্জীৱিত কৰি তুলিছিল।

এই দৃষ্টিকোণৰপৰা চালে তেওঁক এজন সমাজসংস্কাৰক আৰু জাতীয় সংস্কৃতিৰ সক্ৰিয় পৃষ্ঠপোষক বুলিব পাৰি। উত্তমচন্দ্ৰ বৰুৱাৰ নিচিনা জাতীয় কলা-কৃষ্টিৰ পৃষ্ঠপোষকৰ অভাৱত তেওঁৰ পৰলোক প্ৰাপ্তিৰ পিছত কামৰূপ খণ্ডৰ পুৰণিকলীয়া বহু সাংস্কৃতিক অনুষ্ঠান চিৰকালৰ বাবে লুপ্ত হৈ গ'ল।

দেশাত্মবোধো বৰুৱা ডাঙৰীয়াৰ কম নাছিল। আনুষ্ঠানিক সকলো কামতে তেওঁ অসমীয়াৰ বৈশিষ্ট্য ৰক্ষাৰ হকে যত্নপৰ আছিল। স্বদেশী আন্দোলনৰ পিছত ( ১৯০৫ ) জীৱনৰ শেষ দিনলৈ মিলৰ ধুতি নিপিন্ধি হাতেকটা কপাহী সূতাৰ ঘৰত বোৱা চুৰিয়া-চেলেংহে ব্যৱহাৰ কৰিছিল। বাহিৰলৈ ওলালে অসমীয়া হিচাপে তেওঁ মূৰত পাগুৰি মাৰিছিল।

এইদৰে দেখা যায় যে উত্তমচন্দ্ৰ বৰুৱা আধুনিক সভ্যতাৰ গুণগ্ৰাহী হৈয়ো ভাৰতীয় কৃষ্টি আৰু আদৰ্শৰ বিশেষ পক্ষপাতী আছিল।

গাঁৱৰ মানুহৰ হক স্বাৰ্থ ৰক্ষা কৰিবৰ চেষ্টা কৰিবলৈ ১৮৯৭ চনৰ প্ৰবল ভূইকঁপৰ পিছত তেওঁ গুৱাহাটী লোকেল বোৰ্ডৰ সভ্য হৈছিল। ১৯০৫ চনত গুৱাহাটীত অনুষ্ঠিত হোৱা কৃষি-শিল্প প্ৰদৰ্শনীত বৰুৱাদেৱে বহু পৰিশ্ৰম আৰু অৰ্থব্যয় কৰি অসমীয়া সোণ-ৰূপৰ আ-অলঙ্কাৰ, বাঁহ-বেতৰ বিহকৰম, ম'হ-পহুৰ শিং, হাতীৰ দাঁত আদিৰ সূক্ষ্ম কাৰিকৰি যুক্ত নানা সামগ্ৰী, কঁাহপিতলৰ বিচিত্ৰ বাচন-বৰ্তন প্ৰদৰ্শন কৰিছিল।

ইয়াৰ লগতে গাঁৱৰপৰা বহুতো বয়সীয়া শিল্পী নি গুৱাহাটীলৈ

আনি প্ৰদৰ্শিত কৰিছিল এড়ি, মুগা, পাট আৰু কপাহৰ আঁহৰপৰা কাপোৰ হোৱা পদ্ধতিটো ( from fibre to fabric ), খোৱাবস্তুবো হৰেক ৰকমৰ অসমীয়া লাৰু, জিলাপী, পিঠাপনা, সান্দহ প্ৰভৃতি প্ৰদৰ্শনীত দেখুৱাইছিল। নানাবিধ খাদ্যশস্যৰ লগতে শীহে সৈতে থোপা বান্ধি প্ৰদৰ্শন কৰিছিল এশবিধৰো ওপৰ ধান। এই শতিকাৰ আদিভাগতে দেখিব পোৱা অসমীয়া ধানৰ বিধানবোৰ কেনেকৈ লোপ পালে সেইটো ভাবিবৰ বিষয় নহয নে ?

বৰুৱাদেৱৰ কাৰ্য্যকুশলতাৰ দ্বাৰা প্ৰদৰ্শনী সাফল্যমণ্ডিত হোৱা দেখি সেই সময়ৰ চীফ কমিছনাৰ ছাৰ বেমফিল্ড ফুলাৰে তেওঁক প্ৰথম পুৰস্কাৰ এটি সোণৰ পদক উপহাৰ দিছিল।

উত্তমচন্দ্ৰ বৰুৱা বিহকৰমতো ( বাঁহবেতৰ কাম ) পাকৈত আছিল। বৰুৱাদেৱ ভাল অশ্বাৰোহীও আছিল এনে নহয, তেওঁ পাকৈত নাৱৰীয়াৰ দৰে নাৱৰ গুৰি ধৰিবও পাৰিছিল। যিদৰে সাঁতোৰ জানিছিল সেইদৰেই দ পানীৰ পৰা বুৰ মাৰি বয়-বস্তু তুলি আনিবলৈ সক্ষম হৈছিল। আগৰ দিনৰ অসমীয়া সজ লোকৰ আৰু এটা বিশেষ গুণ বৰুৱাদেৱৰ গাত আছিল, সেইটো হৈছে প্ৰাচীন কামৰূপী তথা অসমীয়া শাস্ত্ৰীয় গীত ( প্ৰসঙ্গীয়া নাম, থিয়নাম, পছতি নাম, বৰগীত, আৰতি, বৈৰাগী নাম আদি ) খোল, তাল বাই গোৱাত পটুতা।

উত্তমচন্দ্ৰ বৰুৱাৰ অধ্যয়নতৃষা অত্যন্ত প্ৰবল আছিল। বিদ্যালয়ৰ শিক্ষাৰ নানা প্ৰতিকূল অৱস্থা সত্ত্বেও তেওঁ সেই সময়ৰ বঙলা ভাষাৰ প্ৰসিদ্ধ গ্ৰন্থকাৰ সকল প্ৰায় সকলো গ্ৰন্থই পঢ়িছিল। অসমীয়া পুথিবোৰবো তেওঁ সুন্দৰকৈ চৰ্চ্চা কৰিছিল। সংস্কৃততো তেওঁৰ যথেষ্ট ব্যুৎপত্তি আছিল।

উত্তমচন্দ্ৰ বৰুৱাৰ সাহিত্যসেৱাৰ ঘাই কীৰ্তি হৈছে তেওঁৰ সংক্ষিপ্ত আত্মচৰিত আৰু তেওঁৰ নিয়মিতভাৱে লিখা দিনলিপিবোৰ (ৰোজনামা)। ইয়াৰ উপৰিও 'আসাম বান্ধৱ' আলোচনীত তেওঁৰ সাৰুৱা আৰু পাণ্ডিত্যপূৰ্ণ প্ৰবন্ধ ওলাইছিল। পৰিতাপৰ কথা যে বেছিভাগ ৰোজনামাই

নাইকিয়া হয়। কামৰূপ অনুসন্ধান সমিতিৰ উদ্যোক্তাসকলৰ তেওঁ আছিল অন্যতম।

উত্তমচন্দ্ৰ বৰুৱাৰ ৰচিত দুৰ্গাৰ বন্দনা, শিব, দুৰ্গা আৰু ৰাসৰ গীত বিলাকৰপৰা তেওঁৰ কবি-প্ৰতিভাও ফুটি ওলাইছে। আচাৰ্য শ্ৰীমৎ শঙ্কৰ নামৰ প্ৰবন্ধটিৰপৰাও তেওঁৰ গদ্যৰচনাৰ বৈশিষ্ট্য ওলাই পৰিছে।

প্ৰাচীন কামৰূপী ভাষা আৰু কৃষ্টিৰ প্ৰতি উত্তমচন্দ্ৰ বৰুৱাৰ অনুৰাগ আছিল অসীম। মানুহৰ মুখে মুখে আৰু প্ৰাচীন কামৰূপী পুথি আদিত চলন্তি কিন্তু বৰ্তমান অসমীয়া ভাষাত অব্যৱহৃত দুশৰো অধিক সুন্দৰ অৰ্থপূৰ্ণ শব্দ তেওঁ গোটাই থৈছিল। পুথিত পোৱা শব্দবিলাকৰ ভালেমানৰ ব্যৱহাৰিক দৃষ্টান্তও লিখি থৈছিল। এয়ে হৈছে প্ৰকৃত অনুসন্ধিৎসা।

অসম সাহিত্য সভাৰ তেতিয়া জন্ম হোৱা নাছিল। প্ৰবল সাহিত্যানুৰাগৰ কাৰণে বৰুৱাদেৱে ন্যায়ালয়ৰ কঠোৰ দণ্ডাদেশ মূৰত লৈও (হাইকোৰ্টৰ আপীলত নিৰ্দোষ প্ৰতিপন্ন হৈ সসম্মানে মুক্ত হৈছিল) ১৯১২ চনত উত্তৰবঙ্গীয় সাহিত্য পৰিষদৰ কামাখ্যাধামত বহা অধিবেশনত গুৰুত্বপূৰ্ণ অভ্যৰ্থনা সমিতিৰ ছেক্ৰেটাৰীৰ বাব অবিচলিত চিত্তে সমাধা কৰি যাব পাৰিছিল। মানুহৰ মানসিক শক্তি অতি উচ্চ সোপানলৈ উন্নীত নহলে এনে অনন্যসাধাৰণ নিৰ্বিকাৰ ভাব দেখুৱা সম্ভৱ নহয়।

ওপৰোক্ত মোকৰ্দমা আছিল ১৯১১ চনৰ আবৰ অভিযান সংক্ৰান্ত। অভিযান চলাবলৈ নাও আৰু নাৱৰীয়া বমুৱা মানুহ কামৰূপৰ সেই সময়ৰ ডেপুটী কমিছনাৰৰ হুকুমত সংগ্ৰহ কৰি দিয়াত ৰাইজৰ অপ্ৰীতিকৰ কাৰ্য্যতো পৰাম্মুখ হোৱা নাছিল।

লিখিত চুক্তি নকৰি চৰকাৰী উচ্চপদস্থ কৰ্মচাৰীৰ মুখৰ কথাত্ত মোৱামাৰি জান খান্দি বৰভুইকঁপত (১৮৯৭ চন) নষ্ট হোৱা লাখ লাখ বিঘা মাটি উদ্ধাৰ কৰিলে পুৰস্কৃত হব বুলি আশ্বাস পাই সেই কাম সমাধা কৰিছিল। কিন্তু দুখৰ কথা যে বছৰি পাঁচলাখ টকাৰো অধিক ৰাজহ পোৱা মাটি উদ্ধাৰ কৰি পুৰস্কাৰ পাওক ছাৰি বৰুৱাদেৱে খৰচৰ

টকাও চৰকাৰৰ পৰা নাপাই ঋণগ্ৰস্ত হৈ সৰ্বস্বান্ত হৈছিল। ( Vide McSwincy's Assesment Report of Ramdia Chapari Group, Kamrup Settlement)

দহজনক চলাব পৰা শক্তি আছিল বৰুৱাদেৱৰ জন্মগত। কৰ্মবীৰ স্বয়ং নবীনচন্দ্ৰ বৰদলৈদেৱেই তেওঁক জাতনেতা বুলি স্বীকৃতি দিছিল।

উত্তমচন্দ্ৰ বৰুৱা এজন ধৰ্মপ্ৰাণ লোকো আছিল। শয়নে-সপোনে-জাগৰণে তেওঁ শ্ৰীকৃষ্ণ মূৰ্তিৰ ধ্যান কৰিছিল। ভগবদ্‌গীতা আৰু চণ্ডীৰ বেছিভাগেই কণ্ঠস্থও আছিল। অতি অনাটনৰ মাজতো বাৎসৰিক কৃত্য দৌল, দুৰ্গোৎসৱ, ৰাস, জন্মাষ্টমী আদি পতিত নকৰিছিল। সন্তানাদিকো নিজ আদৰ্শত কৰ্মনিষ্ঠ কৰি গঢ়ি তুলিবৰ চেষ্টা কৰিছিল। সুখে-দুখে উচ্চাৰণ কৰিছিল "ঈশ্বৰৰ ইচ্ছা পূৰ্ণ হওক।"

এইভাৱে জীৱন যাপন কৰি ১৯১৫ চনৰ ১৭ আগষ্টৰ দিনা বৰুৱাদেৱে নশ্বৰ দেহ ত্যাগ কৰি অনন্তধামলৈ যাত্ৰা কৰে। মৃত্যুৰ আগতে উচ্চাৰিত হৈছিল "যত্ৰ যোগেশ্বৰো কৃষ্ণ, যত্ৰপাৰ্থ ধনুৰ্দ্ধৰঃ। তত্ৰশ্ৰীৰ্বিজযোভূতি ধ্ৰুবানিতিৰ্ম্মতিৰ্মম॥" সেয়েহে মৃত্যুশয্যাতো তেওঁ হাঁহিমুখ আৰু স্থিৰ অবিচলিত প্ৰশান্ত ভাব দেখা গৈছিল।*

---

*লিখক বৰুৱাদেৱৰ জ্যেষ্ঠপুত্ৰ। তেওঁৰ ভাতৃ শ্ৰীধনীন্দ্ৰচন্দ্ৰ বৰুৱাদেৱ। অ-হা

# গৱেষক-সাহিত্যিক 'ভাৰত হাকিম'

অধ্যাপক শ্ৰীভগৱানচন্দ্ৰ মণ্ডল

ভৰলুমুখৰ ময়ূৰ অঙ্কিত ঘৰৰ সৈতে প্ৰায় এপুৰা মাটিৰ বিৰাট হাউলিৰ ঘৰৰ আগে পিছে প্ৰায় সমগ্ৰ ভূখণ্ড শস্য-শ্যামলা। কেৱল ঘৰৰ কাষে কাষে শাৰী শাৰী ফুলৰ জোপা। যত্ন পালিত শইচৰ মাজত হাতত খন্তি এখন লৈ আদহীয়া মানুহ এজনে নিবিষ্টচিত্তে শইচৰ গুৰি খুচৰি আছে। এনেতে পদূলিৰ লোৰ জপনা খুলি দুজন ডেকা সোমাই আহে। দুখোজমান ভিতৰলৈ আহি তেওঁলোকে শইচৰ গুৰি খুচৰি থকা মানুহজনক দেখে, মুখখন ঘূৰণীয়া, একোচা খেন্দুভিৰীয়া গোঁফ, হাতত খন্তি এখন আৰু পিন্ধনত আঁঠুৰ ওপৰত পৰা এখনি ভুনি। ডেকা দুজনৰ মনৰ ধাৰণা, সম্ভৱতঃ এইজন হাকিমৰ ঘৰৰ কাম কৰা লগুৱা।

"হেৰ, ঘৰত হাকিম আছে নে ?"

ভুনি পৰিহিত মানুহজনে খন্তিখন হাতত লৈ থিয় দিয়ে। লাহেকৈ মুখখন ঘূৰাই আগন্তুক ডেকা দুজনৰ ফালে চায়।

"হেৰ, ঘৰত হাকিম আছে নে নাই ?"

"এৰা, তই দেখোন আমালৈ ট টকৈ চায়েই থাকিলি ? হাকিম ঘৰত আছে নে নাই ?" আনজনে কয়।

ভুনি পৰিহিত মানুহজনে আগন্তুক ডেকা দুজনৰ ফালে চাই ঈষৎ হাঁহি মাৰে, তললৈ চকু কৰি গহীন গহীনকৈ খোজ দি ঘৰমুৱা হয়।

"হেৰ, কি সুধিছোঁ শুনা নাই নেকি ? বোলো ঘৰত হাকিম আছে নে নাই ?"

শইচৰ মাজৰপৰা চকু তুলি গলগলীয়া মাতেৰে মানুহজনে সোধে, "হাকিমক কিয় লাগে ?"

"লাগে, আমাৰ কথা আছে। ক ঘৰত হাকিম আছে নে নাই ?"

"বাৰু, বাৰান্দাৰ চকী দুখনত বহাচোন।" মানুহজনে কৈ পেলায়। তুমি সম্বোধনত আগন্তুক ডেকা দুজন খঙত ৰঙা পৰে। হাকিমৰ ঘৰৰ লগুৱাই হাকিমৰ পুত্ৰ বন্ধুকো তুমি সম্বোধন কৰে, ইমান সাহস।

"হেৰ, বহিম বাৰু। আগতে হাকিম আছে নে নাই তাকেহে সুধিছো।"

"ঘৰত আছে যদি ক, নহলে আমি বহি থাকিম নে ?" ডেকা দুজন অধৈৰ্য্য হৈ পৰে।

"বাৰু আগতে বহা, তাৰ পিছত কথা হবা বাৰু।"

মানুহজনে বাৰান্দাৰ মাচিয়া কেইখনিলৈ আঙুলি টোৱাই ঘৰৰ ভিতৰ সোমায়। আগন্তুক ডেকা দুজনে লগুবাজনৰ কথা-কাণ্ডত আচৰিত হয়। উভয়ে খংভাৰেই সজাই থোৱা মাচিয়াত বহে, ঔৎসুক্যভাৱে ঘৰৰ দুৱাৰমুখলৈ চাই থাকে—হাকিম ওলাব। হাকিম নিশ্চয় ঘৰত আছে, ওলাই আহিব, আহিলে দীঘলকৈ নমস্কাৰ জনাই কথাখিনি কব।

কেইমিনিটমান পিছত মুখত এমোকোৰা তামোল লৈ ওলাই আহে সেই একেজন মানুহেই—একেই ঘূৰণীয়া মুখ, ধেনুভিৰীয়া গোঁফ, সুঠাম দেহ, কেৱল হাতমুখ ধুই কামিজ এটা পিন্ধি আহিছে।

"কোৱা, তোমালোকে কি কব খুজিছা ?"

ডেকা দুজন সৰগ পৰা কুপতীৰ দৰে জঠৰ হৈ পৰিল। মুখৰ মাত মুখতে হেৰাল। 'আসাম বান্ধৱ' আদি বিভিন্ন আলোচনীৰ নিয়মীয়া লিখক, সৰলক্ষেত্ৰ জ্যামিতিৰ প্ৰণেতা, নাট্যকাৰ, অভিনেতা আৰু চৰ্কাৰৰ উচ্চ মৰ্য্যাদাসম্পন্ন কৰ্মচাৰী এজনেই যে খেতিৰ মাজত খন্তি লৈ থাকিব সেই ধাৰণা ডেকা দুজনৰ নাছিল। অবাক হৈ অপৰাধীৰ দৰে মুখ শেঁতা পৰি গ'ল।

"ছাৰ! ছাৰ!!"

"এৰা, কোনো কথা নাই। তোমালোকে ভুল কৰাটো স্বাভাবিক।" আগন্তুক শিক্ষিত যুবক দুজনক বিস্ময়াভিভূত কৰা সহজ, সৰল

মানুহজনেই অসম চৰ্কাৰৰ উচ্চপদস্থ বিষয়া, জিলাধিপতি, গৱেষক-সাহিত্যিক, অভিনেতা স্বৰ্গীয় ভাৰতচন্দ্ৰ দাস ডাঙৰীয়া। সৰ্বসাধাৰণে তেওঁক 'ভাৰত হাকিম' বুলিয়েই জানিছিল।

অসমত ইংৰাজ শাসনৰ সূত্ৰপাত হোৱাৰ পৰা প্ৰায় আঠৈকুৰি বছৰ পিছত অৰ্থাৎ ১৮৭৭ চনত কামৰূপ জিলাৰ লুইতৰ দক্ষিণ পাৰত থকা নহিৰা নামৰ গাঁৱৰ দুখীয়া খেতিয়ক পৰিয়াল এটিত জন্মগ্ৰহণ কৰি ভাৰত দাসে। নিজৰ তীক্ষ্ণ বুদ্ধি আৰু অধ্যৱসায়ৰ গুণত নিজৰ ভাগ্য নিজে গঢ়ি লোৱা তেওঁ এজন অক্লান্ত সাধক, সাহিত্যৰ পূজাৰী আৰু আদৰ্শ খেতিয়ক সন্তানৰ প্ৰতীক। অসমত ইংৰাজ শাসনৰ আদিছোৱাতেই চৰ্কাৰী উচ্চপদস্থ কৰ্মচাৰী হিচাপে দোপতদোপে উন্নতি কৰি জিলাধিপতি হোৱা আৰু চৰ্কাৰী চাকৰি কৰি থাকিও সাহিত্য-সাধনাত ৰত হোৱা দাস ডাঙৰীয়া অসমৰ সু-সন্তান কালিৰাম মেধি, বেণুধৰ ৰাজখোৱা, পণ্ডিত হেমচন্দ্ৰ গোস্বামী প্ৰভৃতিৰ দৰে আঙুলিমূৰত গণিব পৰা আদৰ্শ পুৰুষ-সকলৰ ভিতৰত অন্যতম।

ৰসৰাজ বেজবৰুৱাই কলিকতালৈ পঢ়িবলৈ যোৱা অসমীয়া ছাত্ৰসকলৰ বিভিন্ন দিশৰ ওপৰত কটাক্ষপাত কৰি একোটিকে উপনাম দি লিখা চুটিগল্প, চৰিত্ৰ-চিত্ৰ বা চাৰিত্ৰিক আলেখ্যসমূহে পাঠকসকলক বিস্ময়াবহ ৰসদান কৰা কথাটো সাহিত্যৰ আলোচকসকলে জানে। নাঙলুচন্দ্ৰ দাসৰ শিক্ষাজীৱনৰ বৈচিত্ৰ্যপূৰ্ণ কাহিনীৰ মাজেদি বেজবৰুৱা ডাঙৰীয়াই দাঙি ধৰা কটাক্ষপূৰ্ণ জীৱন আলেখ্য পাঠ কৰোঁতা সকলৰ মনৰ মাজত ইঙ্গিতপূৰ্ণভাৱে খেতিয়কৰ ল'ৰা ভাৰত দাসৰ কলিকতীয়া ছাত্ৰজীৱনে ভুমুকি মাৰে। গুৱাহাটীৰ কটন কলেজিয়েট হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হৈ ভাৰত দাসে কলিকতাৰ প্ৰেছিডেন্সী কলেজত পঢ়ে আৰু অঙ্ক শাস্ত্ৰত প্ৰথম শ্ৰেণীৰ অনাৰ্ছ লৈ অতি সুখ্যাতিৰে বি-এ মহলাত উঠে। তেওঁ অঙ্ক বিষয়ত এম-এ পঢ়িছিল যদিও অসম চৰ্কাৰে হাকিমৰ পদ আগবঢ়োৱাত ছাত্ৰ জীৱনৰ সমাপ্তি ঘটাই চাকৰী জীৱন আৰম্ভ কৰে।

কলিকতাত থাকোঁতেই এ-এছ-এল ক্লাৱে সাহিত্য সেৱাৰ প্ৰতি অনুপ্ৰাণিত কৰাৰ ফলত অসমলৈ আহি চাকৰী জীৱনৰ ব্যস্ততাৰ মাজতো অসমীয়া ভাষা-সাহিত্যৰ সেৱা কৰিবলৈ নিজকে নিয়োগ কৰে। হৰিকৃষ্ণ দাসৰ পৃষ্ঠপোষকতাত গুলোৱা তাৰানাথ চক্ৰৱৰ্ত্তী সম্পাদিত মাহেকীয়া আলোচনী 'আসাম বান্ধৱ' আৰু সেই সময়ৰ প্ৰকাশিত বিভিন্ন আলোচনীৰ তেওঁ নিয়মীয়া লিখক আছিল। খেতিবাতি, পুৰণি পুথিৰ আলোচনা আদি বিবিধ বিষয়ৰ গধুৰ প্ৰবন্ধ ৰচনা কৰিছিল। সেই প্ৰবন্ধবোৰৰ কোনো কোনো মত বিভিন্নতা সম্পৰ্কত সাহিত্যৰথী বেজবৰুৱাৰ লগত খকা-খুন্দা লাগিছিল। তাৰ ফলত বহুতো জানিব-লগীয়া কথা প্ৰকাশ পাইছিল। দুখৰ বিষয় 'আসাম বান্ধৱ'ৰ পুৰণি সংখ্যাবোৰ আৰু দাস ডাঙৰীয়াৰ ৰচিত কিতাপ কেইখন আজি দুষ্প্ৰাপ্য হোৱাত আমি তেওঁৰ সাহিত্য-কীৰ্তি সম্পৰ্কে বিতং আলোচনা কৰিবলৈ অপাৰগ হলোঁ।

খেতিয়কৰ স্বৰ্গভূমি অসমত ঋতু অনুযায়ী বিভিন্ন খেতি কৰাৰ বৈজ্ঞানিক প্ৰণালী বোৰকেই সমাজ জীৱনৰ পৰা আহৰণ কৰা আৰু নিজেও কাৰ্য্যতঃ সপ্ৰমাণ কৰি আহৰণ কৰা অভিজ্ঞতাৰ পৰা বিশ্লেষণ কৰি তেওঁ কৃষি-বিষয়ক "খেতি" নামৰ পুথি এখনি ৰচনা কৰি প্ৰকাশ কৰিছিল। খেতিয়কৰ ঘৰত উপজি চৰ্কাৰী উচ্চ পদ পালেও গোটেই জীৱনেই তেওঁ কৃষিৰ প্ৰতি আকৃষ্ট হৈছিল আৰু সেইবাবেই বেলতলা আৰু ছয়গাঁৱত পাম কৰি খেতিত মনোযোগ দিছিল। গুৱাহাটীৰ নিজৰ ঘৰৰ এপুৰা মাটি সদায় নিজ হাতে যত্ন লৈ শস্য শ্যামলা কৰি ৰাখিছিল। সেইবাবেই বহুতৰ মুখত নাঙল বোৱা হাকিম মানেই ভাতলু হাকিম অৰ্থাৎ স্বৰ্গীয় ভাৰত দাস।

নিজ জীৱনৰ অভিজ্ঞতাপুষ্ট জ্ঞানেৰে লিখা "খেতি" নামৰ কৃষি-বিষয়ক পুথিখনি অসমীয়া ভাষাত ব্যৱহাৰিক বিজ্ঞান সাহিত্যৰ প্ৰথম অৰিহণা। সেইবাবেই সাহিত্যৰ বুৰঞ্জীত ইয়াৰ মূল্য যথেষ্ট। অসমীয়া ভাষাত পঢ়াশলীয়া পাঠ্যপুথিৰ অভাৱ অনুভৱ কৰি মজলীয়া শ্ৰেণীৰ

বাবে ( ৫ম, ৬ষ্ঠ মানৰ বাবে ) "সৰল ক্ষেত্ৰ জ্যামিতি" ৰচনা কৰিছিল। অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাদেৱে মাইনৰ স্কুলত পঢ়োতে এই জ্যামিতি পাঠ্য হিচাপে পঢ়িবলগীয়া হৈছিল বুলি আমাক জানিবলৈ দিছে।

অসমৰ গাঁৱে-ভূঞে ঘূৰি জনসমাজৰ মাজত চলি থকা বিভিন্ন গীত-পদ আৰু সাধুকথা সংগ্ৰহ কৰি দুখন জনপ্ৰিয় কিতাপ প্ৰকাশ কৰিছিল। "সাধুকথা" নামৰ পুথিখনি প্ৰকাশ পোৱাৰ পিছত "কামৰূপী গীত" নাম দি সংগৃহীত গীত-পদ সমূহ প্ৰকাশ কৰিছিল। এনে কাৰ্য্যই পৰৱৰ্ত্তী অনেক সাহিত্যকক লোকসমাজৰ মাজত চলি থকা সাধুকথা আৰু গীত-পদ সংগ্ৰহ কৰিবলৈ অনুপ্ৰেৰণা যোগাইছিল।

অভিনয়ৰ প্ৰতি ৰাপ থকা বাবে ৰঙ্গমঞ্চত অভিনয়ৰ উপযোগী কেইবাখনিও নাট ভাৰত দাসে ৰচনা কৰিছিল। প্ৰথমে গোপন নামত নাট ৰচনা কৰি অভিনয় কৰিছিল। ডিব্ৰুগড়ত ৰচনা কৰি অভিনয় কৰা পৌৰাণিক নাটক "অভিমন্যুবধ" আৰু "স্যমন্ত হৰণ" প্ৰকাশ হৈছিল। বাকীবোৰ হাতেলিখা অৱস্থাতে বিলুপ্ত হল। "অভিমন্যুবধ" নাটখনিত মহাভাৰতৰ প্ৰখ্যাত কুৰুক্ষেত্ৰ যুদ্ধত ধনুৰ্দ্ধৰ অৰ্জুনৰ পুত্ৰ অভিমন্যুৰ হত্যাৰ কাহিনীকেই বিবৃত কৰিছে। নাটখনি বৰ্ত্তমানে দুষ্প্ৰাপ্য। এসময়ত এই নাট অসমৰ ৰঙ্গমঞ্চত সৰৱৰহী হৈছিল।

বঙ্গকবি মাইকেল মধুসূদন দত্তৰ "মেঘনাদ বধ" কাব্যৰ নাটকীয় ৰূপদান কৰি সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱাই "মেঘনাদ বধ" নাটক লিখাৰ দৰে দাস ডাঙৰীয়ায়ো মহাপুৰুষ শঙ্কৰদেৱ বিৰচিত কীৰ্ত্তনৰ "স্যমন্তহৰণ" অধ্যায়ৰ কাহিনীভাগকেই চাৰিটা অঙ্কত নাটকীয় ৰূপদান কৰি "স্যমন্তহৰণ" নাটকখনি ৰচনা কৰিছিল। নাটকৰ কাহিনীভাগ সজাই পৰাই নিয়াত আৰু মাজে মাজে নাটকীয় উপশম দিবলৈ নতুন চৰিত্ৰ আৰু পৰিৱেশ সৃষ্টি কৰাত নাট্যকাৰ সাৰ্থক হলেও নাটকৰ বহু ঠাইত সংলাপনত কালদোষে চুইছে আৰু কামৰূপৰ কথিত ভাষাৰ ঠাঁচৰ

অযথা ব্যৱহাৰ আছে। এই নাটখনিৰ প্ৰথম অঙ্কৰ চতুৰ্থ গৰ্ভাঙ্কত থকা বালক সকলৰ মুখত দিয়া গীত এটিতেই ইয়াৰ প্ৰমাণ পোৱা যায়।

গীত—চোৱা, আমি কেনে মজাৰ ছলি,
ক্ষীৰ, ননী খাই পুৱাতে আহোঁ স্কুলক যাওঁ বুলি ;
চোৱা, আমি কেনে মজাৰ ছলি।
বাটত চোবাও বুটভজা, আহা কেনে মজা!
দিনৰ দিনটো খেদাও খালি ধিন্দো খিতো কৰি।
গধূলি বেলা ঘৰক যাওঁ, ছিলঠ কিতাপ ছাঙ্গত থওঁ,
ভোখ্ লাগ্‌ছি মাই বুলি চমুই দেওঁ কান্দন জুৰি।

তথাপি সেই সময়ৰ অসমৰ ৰঙ্গমঞ্চত অসমীয়া নাটকৰ অভাৱ দূৰ কৰাত দাস ডাঙৰীযাৰ নাটকবোৰেও বৰঙণি যোগাইছিল।

১৯২৭ চনত প্ৰকাশ পোৱা "স্যমন্ত হৰণ"ৰ প্ৰথম তাঙৰণৰ শেষ পিঠিত গ্ৰন্থকাৰে লিখা কিতাপৰ তালিকাত "আদি চৰিত" নামৰ পুথিৰ নামোল্লেখ আছে। কিন্তু পৰবৰ্তী বছৰত অৰ্থাৎ ১৯২৮ চনত প্ৰকাশ পোৱা "আদি চৰিত বা লক্ষ্মীপুৰৰ আদিম বুৰঞ্জী আৰু অসমীয়া ভূঞাসকলৰ সোঁৱৰণী" পুথিখনি মাধৱদেৱৰ দ্বাৰা ৰচিত আৰু দাস ডাঙৰীয়াৰ দ্বাৰা প্ৰকাশিত বুলি উল্লেখ আছে। কিতাপখন প্ৰকাশ পোৱাৰ আগতে দাস ডাঙৰীয়া লিখক হিচাপে প্ৰচাৰিত হৈছিল যদিও কিতাপখন প্ৰকাশ পোৱাত প্ৰকাশক হিচাপেহে উল্লেখ আছে। "আদিচৰিত" মহাপুৰুষ মাধৱদেৱৰ ৰচনা বুলি উল্লেখ কৰিলেও কোনো পধ্যে মহাপুৰুষজনাৰ স্বৰচিত হব নোৱাৰে। ভাষা আৰু বিষয়বস্তু পৰিবেশন দিশত "আদিচৰিতে" কেতিয়াও মহাপুৰুষৰ বুলি দাবী কৰিব নোৱাৰে। আন কোনোবাই ৰচনা কৰি মহাপুৰুষজনাৰ নামত প্ৰচলন কৰিবলৈ প্ৰয়াস কৰা বুলি সহজে ধৰিব পাৰি। ডঃ সত্যেন্দ্ৰনাথ শৰ্মাদেৱে লিখিছে: "মাধৱদেৱৰ ভণিতাযুক্ত 'ধ্যানবৰ্ণন'ৰ তৃতীয় কীৰ্ত্তন এটি পোৱা গৈছে। তেনে ভণিতা থকা 'অমূল্য ৰত্ন', 'গুপ্তমণি',

'আদিচৰিত্ত' আৰু অলেখ দেহবিচাৰৰ গীত খাটাংকৈ তেওঁৰ ৰচিত নহয়।"

দাস ডাঙৰীয়াৰ পাতনিতো সন্দেহৰ অৱকাশ আছে। "এই পূৰণি পুথিখনি পোহৰলৈ উলিওৱা হ'ল।.........ৰিজাবলৈ দ্বিতীয় পুথি এখনি বিচাৰি পোৱা নহল। সম্প্ৰতি আলোচনীৰ সভ্য এজনকো সেই দোষে (অৰ্থ অপব্যয়ৰ দোষে) চুইছে বুলি অনুমান হয়। তেওঁ লাগিছাটি নধৰা হলে কিজানি এই দোষ কৰিবলৈ সাহস নহলহেতেন। সেইদেখি এই ছেগতে তেওঁৰো শলাগ লৈ থোৱা হ'ল।" পাতনিত উল্লেখ কৰা "আলোচনীৰ সভ্য" ভদ্ৰলোকজন কোন জানিব পৰা নহল যদিও লখিমপুৰ, বিদৰ্ভৰাজ্য আৰু বাৰভূঞাৰ গৌৰৱৰাশি প্ৰকাশ কৰিবলৈ সচেষ্ট হোৱা দাস ডাঙৰীয়াৰ সহযোগী কোনোবা এজন বুলি ঠাৱৰ কৰিব পাৰি।

পুথিখনিৰ বিষয়ে দাস ডাঙৰীয়াৰ বহুতো মন্তব্য আছে বুলি পাতনিত স্বীকাৰ কৰি গৈছে। "ইয়াত তাৰ (মন্তব্যৰ) বকলা মেলি ৰাইজৰ মূৰ কামোৰণি তুলিবৰ মন নাই,.........সময় আৰু ছেগ বুজি ইয়াৰ অলপ আলচ কৰিবলৈ মন থাকিল। ইতিমধ্যে জনাবুজা সকলে তেওঁলোকৰ মন্তব্য শুনাই আমাক সেই কামত সহায় কৰিব বুলি আশা কৰিলো।" এনে উক্তিৰে পাতনিৰ সামৰণি মাৰিছে। পুথিখনিৰ মূল পাণ্ডুলিপি পোৱা গলে কোন অৰ্বাচীন লিখকৰ সাহিত্য-কীৰ্তি বুজিবলৈ সহজ হলহেতেন। কিন্তু মূল পাণ্ডুলিপিটোৰো অভাৱ। যিহক দাস ডাঙৰীযাই অসমীয়া ভাষা-সাহিত্যৰ অতীত বুৰঞ্জীৰ জ্ঞান আহৰণ কৰি সাহিত্য-সৃষ্টি কৰিবলৈ প্ৰয়াস কৰা সহজে অনুমান কৰিব পাৰি। কিন্তু অসমীয়া জাতিৰ দুৰ্ভাগ্য ১৯৩০ চনত ৫৩ বছৰ বয়সতেই তেওঁ স্বৰ্গগামী হোৱাত তেওঁৰ গৱেষণা প্ৰসূত আৰু যত্নোপাৰ্জিত জ্ঞানৰ পৰিচয়সূচক পুথি কেইখন প্ৰকাশ নাপালে।

দাস ডাঙৰীয়াৰ হাতেলিখা অনেক পুথিয়েই বৰ্তমান বিস্মৃতিৰ গৰ্ভত বিলীন হৈ গৈছে। তেওঁৰ সাহিত্য-প্ৰকাশৰ দায়িত্বত থকা জ্ঞান

সমিতিৰ সভ্য কালিৰাম মেধি, কালিৰাম বৰ্মণ, ৰঘুনাথ চৌধাৰী, জুলজিৰাম লহকৰ আৰু আনন্দচন্দ্ৰ আগৰৱালা আটাইকেইজনেই স্বৰ্গগামী হোৱাত তেওঁৰ অপ্ৰকাশিত পুথি বা পুথিৰ খণ্ডবিশেষৰ কোনো শুংসূত্ৰ পোৱা নগ'ল।

তেওঁৰ নাটকেইখনিত সমাবেশ কৰা বিভিন্ন ৰাগ-তালৰ নামোল্লেখ থকা গীতবোৰতেই সঙ্গীত-শাস্ত্ৰৰ লগত থকা পৰিচয় আৰু কবি-প্ৰতিভাৰ স্ফুৰণৰ আভাস পোৱা যায়। প্ৰকাশিত পুথিৰ 'উছৰ্গা' শিতানত লিখা কবিতা বিশেষকৈ স্যমন্তহৰণ নাটকখনি মুমলীয়া পুত্ৰক (অধ্যাপক শ্ৰীভূপেন্দ্ৰচন্দ্ৰ দাসক) উছৰ্গা কৰা কথাখিনিয়ে কবি-প্ৰতিভাৰ পৰিচায়ক।

দাস ডাঙৰীয়াৰ সৰ্বশ্ৰেষ্ঠ আৰু আটাইতকৈ উল্লেখযোগ্য সাহিত্য কীৰ্তি হৈছে পণ্ডিত হেমচন্দ্ৰ গোস্বামীদেৱৰ সাহিত্য ভাষাৰ গ্ৰন্থৰ আৰ্হিত যুগুত কৰা তেওঁৰ "অসমীয়া ভাষা আৰু সাহিত্য" নামৰ সুবৃহৎ গ্ৰন্থখনি। এতিয়াও এই গ্ৰন্থ অপ্ৰকাশিত অৱস্থাত থকা বুলিয়েই কব পাৰি কিয়নো অধ্যাপক শ্ৰীউপেন্দ্ৰচন্দ্ৰ লেখাৰুৰ সম্পাদনাত প্ৰকাশ হোৱা প্ৰথম অংশটো মূল গ্ৰন্থৰ সামান্য অংশ এটাহে। এই খণ্ডক 'মনসা শাখা' আখ্যা দিয়া হৈছে আৰু ইয়াত তিনিজন মনসা কবিকহে (দুৰ্গাবৰ, মনকৰ আৰু নাৰায়ণদেৱ) সামৰি লোৱা হৈছে। লেখাৰু ডাঙৰীয়াই মূল গ্ৰন্থখনিৰ বিষয়ে একো আলোচনা কৰা নাই। আমি জনাত দাস ডাঙৰীয়াৰ এই গ্ৰন্থত পুৰণি অসমীয়া সাহিত্যৰ বিভিন্ন যুগৰ কবিসকলৰ ৰচনাৰ চানেকী ধাৰাবাহিকভাৱে ভাগে ভাগে সন্নিবিষ্ট কৰা হৈছে আৰু বিশ্লেষণমূলক আলোচনাও সম্ভৱতঃ দিয়া হৈছে। ইয়াত তেওঁৰ বহুদিনীয়া শ্ৰম, গভীৰ অধ্যয়ন আৰু প্ৰাচীন কবিসকলৰ সাহিত্যৰ লগত অন্তৰঙ্গতাৰ উমান পোৱা যায়। দাস ডাঙৰীয়াৰ জোঁৱায়েক শ্ৰীলক্ষ্মীৰাম দাসে আমাক জনাইছে বোলে এজনা ন্যাসৰক্ষীৰ অদূৰদৰ্শী পৰামৰ্শমতে দাস ডাঙৰীয়াৰ বিৰাট ভূ-সম্পত্তি আৰু নগদ টকাৰ (প্ৰায় ৬০,০০০) পৰা এই গ্ৰন্থ প্ৰকাশৰ বাবে

কেৱল ৫০০ টকা আছুতীয়াকৈ ৰখা হৈছিল। সেই পাঁচশ টকাৰে প্ৰথম খণ্ড প্ৰকাশ কৰা হৈছিল। সম্ভৱতে সমগ্ৰ গ্ৰন্থখনি প্ৰকাশ হৈ ওলোৱাৰ কোনো লক্ষণেই আমি দেখা পোৱা নাই। সেই হলেও গ্ৰন্থখনি পুৰাতত্ত্ব বিভাগ বা বিশ্ববিদ্যালয়ৰ নিচিনা কোনো অনুষ্ঠানে সুসংৰক্ষণ কৰি ৰখাটো উচিত। এই গ্ৰন্থৰ ভিতৰতে ভৱিষ্যতে প্ৰকৃত ভাৰতচন্দ্ৰ দাস মানুহজনক বিচাৰি পোৱা যাব।

১৯৩০ চনত ভৱলুমুখৰ নিজ বাসভৱনত ভাৰতচন্দ্ৰ দাস স্বৰ্গী হয়। আজি তেওঁৰ জীৱনৰ আৰু বিশেষকৈ সাহিত্যৰ সকলো স্মৃতি বিস্মৃতিৰ অন্তৰালত।

# 'আসাম বান্ধৱৰ' সম্পাদক
# তাৰানাথ চক্ৰৱৰ্তী কাব্যবিনোদ

**শ্ৰীকামাখ্যাচৰণ ভাগৱতী**

অসমীয়া ভাষা-সাহিত্য আৰু সংস্কৃতিৰ প্ৰতি প্ৰগাঢ় অনুৰাগী স্বদেশপ্ৰেমিক ব্যক্তি সকলৰ ভিতৰত তাৰানাথ চক্ৰৱৰ্তী দেৱো অন্যতম আছিল। তেওঁ এসময়ত সুপ্ৰসিদ্ধ 'আসাম বান্ধৱ' মাহেকীয়া আলোচনী সম্পাদনা কৰি বিংশ শতাব্দীৰ আদি ভাগত এটি লেখক গোষ্ঠীৰ সৃষ্টি কৰিবলৈ সক্ষম হৈছিল। অসমীয়া ভাষা-সাহিত্য জীয়াই থকালৈকে চক্ৰৱৰ্তীদেৱৰ নাম সাহিত্যপ্ৰেমীসকলৰ মাজত স্মৰণযোগ্য হৈ থাকিব।

উনৈছ শতিকাৰ শেষ ভাগত আজিকালিৰ দৰে যান-বাহনৰ সুবিধা নাছিল। মানুহে সেই সময়ত ৰেলগাড়ীকে দেখা নাছিল। দেশত শিক্ষা-দীক্ষাৰ প্ৰচলন নাছিল বুলিয়েই কব পাৰি। মানুহৰ মন কুসংস্কাৰেৰে ভৰপুৰ। ইংৰাজী ভাষাৰ প্ৰবৰ্তন হৈছিল মাথোন। এনে পৰিস্থিতিৰ মাজতে ১৮০২ শকাব্দৰ আঘোণ মাহত কামৰূপ জিলাৰ নলবাৰী অঞ্চলৰ বনগাঁৱত তাৰানাথ চক্ৰৱৰ্তীদেৱৰ জন্ম হয়। তেওঁৰ উপৰিপুৰুষে গুৱাহাটীৰ কামাখ্যাত বাস কৰিছিল। তাৰপৰা এটি ঠাল হাতীমূৰা বামুন্দীলৈ যায়। সেই ঠাইত আজিকালিও চক্ৰৱৰ্তী বংশৰ লোক আছে। কামাখ্যাৰ পৰা আহি বনগাঁৱত বাস কৰা চক্ৰৱৰ্তীদেৱৰ উপৰিপুৰুষজনৰ নাম আছিল গদাপাণি। তেওঁৰ পিতৃ গোপীনাথ চক্ৰৱৰ্তী। চক্ৰৱৰ্তীৰ দৰে গোপীনাথেও সাহিত্য চৰ্চাত মনোযোগ দিছিল। অসমীয়া সাহিত্যৰ বুৰঞ্জীলেখক ডিম্বেশ্বৰ নেওগদেৱে গোপীনাথ চক্ৰৱৰ্তী নামনি অঞ্চলৰ এজন গাঁৱলীয়া কবি বুলি উল্লেখ কৰিছে। নলবাৰী সত্ৰৰ সত্ৰাধিকাৰ 'কেলি ৰহস্য'ৰ লেখক ললিতচন্দ্ৰ গোস্বামীৰ সমসাময়িক আছিল তাৰানাথদেৱৰ পিতৃ

গোপীনাথ চক্ৰৱৰ্ত্তী। গোপীনাথ 'কলঙ্ক ভঞ্জন'ৰ ৰচয়িতা। এই কাব্যখনৰ ৰচনা সুৰুচিসঙ্গত নহয় বুলি নেওগদেৱে বিৰূপ মত প্ৰকাশ কৰিছে। সি যিনহওক গোপীনাথ চক্ৰৱৰ্ত্তীৰ কবিত্ব শক্তিয়ে কালক্ৰমত পুত্ৰেক তাৰানাথক সাহিত্য চৰ্চাত উদগণি দিয়ে। শৈশৱকালৰ পৰাই মাতৃ চন্দ্ৰপিয়াৰপৰা তেওঁ সাধু আচৰণ আৰু সৎ শিক্ষা লাভ কৰাৰ সুযোগ পায়। তেওঁ আছিল পিতৃ-মাতৃৰ দ্বিতীয় সন্তান।

বঙলা ভাষাৰ মাধ্যমেৰে শিক্ষালাভ কৰা তাৰানাথে ইংৰাজী শিক্ষা লভিবৰ সুবিধা নাপালে। কিয়নো সেই সময়ত নৈষ্ঠিক ব্ৰাহ্মণ পৰিয়ালৰ মাজত ইংৰাজী শিক্ষাৰ পৰিৱৰ্তে সংস্কৃত শিক্ষাতহে ৰাপ আছিল। গাঁৱৰ প্ৰাইমাৰী পঢ়াশালিত পিতৃ গোপীনাথে তাৰানাথক পঢ়িবলৈ দিয়ে। তাৰ পিছত তেওঁ গাঁৱৰ পৰশুৰাম শৰ্মা উপাধ্যায়ৰ টোলত পঢ়ে। তাতে সংস্কৃত ভাষাৰ প্ৰাথমিক শিক্ষা লাভ কৰি এদিন নিৰুদ্দেশ হয়। কিছুদিন ঘূৰিফুৰি গৌৰীপুৰ ৰাজটোলত আদ্যনাথ ন্যায়ভূষণদেৱৰপৰা সংস্কৃত শিক্ষা লাভ কৰে। তাত বেছি দিন নাথাকি নলবাৰীৰ ওচৰৰ সন্ধ্যা সংস্কৃত টোলত পঢ়ি প্ৰয়োগ ৰত্নমালাৰ আদ্য, মধ্য পৰীক্ষাত কৃতকাৰ্য্য হয়। তাৰ পিছত চক্ৰৱৰ্ত্তীদেৱে আয়ুৰ্বেদ শিক্ষা লাভ কৰাৰ কাৰণে কলিকতালৈ যায় আৰু তাত বিজয়ৰত্ন সেন কবিৰত্নৰপৰা আয়ুৰ্বেদ শিক্ষা লাভ কৰি পাণ্ডিত্য দেখুৱায়। ইংৰাজী শিক্ষা গ্ৰহণ কৰাৰ সুযোগ চক্ৰৱৰ্ত্তীদেৱে স্কুল কলেজত নাপালেও উচ্চ শিক্ষাৰ প্ৰতি তেওঁৰ অদমনীয় ধাউতি আছিল আৰু সেয়েহে নিজৰ চেষ্টাত তেওঁ সুন্দৰভাৱে ইংৰাজী লিখিব আৰু কব পাৰিছিল। আঠঘৰীয়াৰ মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য্য, বৰপেটাৰ পণ্ডিত নাৰায়ণ দেৱ মিশ্ৰ, নলবাৰী সত্ৰৰ প্ৰতাপচন্দ্ৰ গোস্বামীৰ দৰে চক্ৰৱৰ্ত্তীদেৱৰো উপাধি ( ডিগ্ৰী ) নাছিল। তেওঁ এজন উপাধিশূন্য পণ্ডিত আছিল। তেওঁৰ পাণ্ডিত্যত মুগ্ধ হৈ নবদ্বীপ পণ্ডিত সমাজে তেওঁক কাব্যবিনোদ উপাধিৰে বিভূষিত কৰিছিল। উপাধি প্ৰদানৰ পিছৰপৰা তেওঁ কাব্যবিনোদ নামে সুধী সমাজত পৰিচিত হয়।

শিক্ষা শেষ কৰাৰ পিছত তাৰানাথে নিজ গাঁৱত সংস্কৃত টোল প্ৰতিষ্ঠা কৰি অধ্যাপনা কৰে, কিন্তু টোলৰ অধ্যাপক হিচাপে তেওঁক বেছি দিন কাৰ্য্য নিৰ্বাহ কৰা নাছিল। অধ্যাপনা বাদ দি তেওঁ মঙলদৈ, নগাওঁ আদি চৰকাৰী হাইস্কুলত সংস্কৃত শিক্ষক হিচাপে কেইবছৰমান শিক্ষকতা কৰে। চৰকাৰী চাকৰিতে বেছি দিন মনোনিবেশ কৰিব নোৱাৰি তাৰানাথে স্বাধীন ব্যৱসায় কৰিবলৈ মন মেলে আৰু সেই উদ্দেশ্যে ডিব্ৰুগড়লৈ যায়। তাত তেওঁ আয়ুৰ্বেদ ঔষধালয় এখন স্থাপন কৰে আৰু লগতে সাহিত্য সেৱাত মন দিয়ে।

তাৰানাথে 'আসাম বান্ধৱ' মাহেকীয়া আলোচনীখনৰ সম্পাদক হৈ এচাম লেখকৰ সৃষ্টি কৰে। এই মাহেকীয়া আলোচনীখন ১৯১০ চনৰপৰা প্ৰকাশ হয় ডিব্ৰুগড়ৰপৰা। ঠিক সেই সময়তে 'বাঁহী' (মাহেকীয়া) ১৯০৯ চনৰপৰা কলিকতাত সাহিত্য ৰথী বেজবৰুৱাৰ দ্বাৰা সম্পাদিত আৰু প্ৰকাশিত হয়।

'আসাম বান্ধৱ' আলোচনীখন পোৱাটো এতিয়া টান হৈ পৰিছে। তথাপি ১৯১৪ চন, ৫ম বছৰ ১০ম সংখ্যাটো পোৱা গৈছে। এই সংখ্যা আলোচনীত সম্পাদক চক্ৰৱৰ্ত্তীদেৱে 'ক্ষমা' আৰু 'শান্তি' শীৰ্ষক দুটি চুটি প্ৰবন্ধৰ যোগেদি জনসাধাৰণলৈ সদুপদেশ আগবঢ়াইছে। 'ক্ষমা' প্ৰবন্ধত পোৱা যায় দীৰ্ঘশোক কোশল দেশৰ এজন ধাৰ্মিক নৃপতি আছিল। তেওঁ সুখে-শান্তিৰে ৰাজ্য চলালেও ব্ৰহ্মদত্ত নামে এজন পৰাক্ৰমী ৰজাই তেওঁৰ ৰাজ্য জয় কৰি শাসন কৰিছিল। ইয়াত দীৰ্ঘশোক ধৈৰ্য্যচ্যুত নহৈ পুতেক দীৰ্ঘায়ুক সদুপদেশ দি জীৱন কটাবলৈ আদেশ দিলে আৰু ক্ষমা যে স্বৰ্গীয় বস্তু তাকো ভালদৰে বুজাই দিলে। কালক্ৰমত দীৰ্ঘায়ুৱে ব্ৰহ্মদত্তৰ ৰাজ্যত চাকৰি কৰে। এদিনাখন দীৰ্ঘায়ুৰ লগত ৰজা চিকাৰ কৰিবলৈ ওলাই গ'ল। সেই সময়ত দীৰ্ঘায়ুৰ অন্তৰত প্ৰতিশোধৰ ভাব জাগি উঠিছিল আৰু ৰজাৰ টোপনি অহাত তৰোৱালেৰে তিনিবাৰ কাটিবলৈ উদ্যত হৈছিল। কিন্তু পিতৃৰ উপদেশে তেওঁক সেই কাম কৰাব নোৱাৰিলে। পিছত

ৰজা ব্ৰহ্মদত্তই এই কথাৰ সম্ভেদ পাই উপযুক্ত পিতৃৰ উপযুক্ত সন্তান বুলি স্বীকাৰ কৰি অনুতাপত দগ্ধ হৈ এইদৰে কলে, "হে মহান পিতাৰ মহান পুত্ৰ, তোমাৰ পিতা মৰিও অমৰ, পৰাজিত হৈও অসীম সাম্ৰাজ্যৰ সম্ৰাট। আজি মই তেওঁৰ কৃপাতে নতুন জীৱন পালো। তোমাৰ পিতাৰ স্বৰ্গস্থিত আত্মাৰ ওচৰত আৰু তোমাক মোৰ অপৰাধৰ কাৰণে সবিনয়ে ক্ষমা খুজিছোঁ।" এই খিনিয়ে 'ক্ষমা' প্ৰবন্ধৰ তাৎপৰ্য্য। 'শান্তি' প্ৰবন্ধত চক্ৰৱৰ্তীয়ে এইদৰে কয়, "শান্তি জগতৰ অমূল্যবস্তু। মহা মহা বিপদত পৰা, অন্ন কষ্টত শৰীৰ জৰাজীৰ্ণ হওক, ধনৰ অভাৱত দুৱাৰে দুৱাৰে ভিক্ষা মাগি ফুৰক, যদি স্বৰ্গীয় সম্পদ শান্তি হৃদয়ত নিহিত থাকে তেনেহলে সেইজনেই জগতত প্ৰকৃত সুখী।" এই প্ৰবন্ধৰ যোগেদি তেওঁ আত্মা আৰু জীৱাত্মাৰ সম্যক বিচাৰো কৰিছে: "শান্তিৰ নিকেতন আত্মা। শৰীৰ মাত্ৰ উপলক্ষ্য, শান্তি-অশান্তিৰ ফলভোক্তা জীৱাত্মা। কিন্তু আত্মা অচল অটল, আত্মাৰ ব্যাপাৰ নাই। জড়, মৰ, চল শৰীৰতো অক্ষয় আত্মা অধিকাৰী, অচল অটল।" আকৌ 'শান্তি' শীৰ্ষক প্ৰবন্ধত পোৱা যায়, "মানসিক অৱস্থাৰ পৰিবৰ্তনেই জ্ঞানৰ মূল ভিত্তি আৰু সৎ উপদেশ বা শিক্ষাই জ্ঞানৰ অংকুৰ। জ্ঞানৰ দ্বাৰা মন ধৈৰ্য্যশীল হয়, ধৈৰ্য্যশীলতাই শান্তি-সুখৰ মূল উপাদান। এই জ্ঞানজন্য ধৈৰ্য্য যাৰ হৃদয়ত নাই স্বৰ্গৰ অধিপতি হলেও তেওঁৰ কপালত শান্তি নঘটে আৰু ধৈৰ্য্যশীল পুৰুষ মগনীয়া হলেও তেওঁ শান্তি-সুখে পৰমানন্দে জীৱন অতিবাহিত কৰে।" আকৌ উক্ত সংখ্যা 'আসাম বান্ধৱ'ত সীতাৰাম বাবুৰ চমু জীৱনীটোও চক্ৰৱৰ্তীদেৱে দাঙি ধৰিছে যাতে জনসাধাৰণে সৎ জীৱন যাপন কৰাৰ প্ৰেৰণা পায় এনেকুৱা মহান ব্যক্তিক অনুসৰণ কৰি। ১৯১৮ চনৰ ৯ম বছৰ জুলাই সংখ্যাত চক্ৰৱৰ্তীৰ 'অমৰ ধামৰ যাত্ৰী' শীৰ্ষক এটি দাৰ্শনিক প্ৰবন্ধ প্ৰকাশ পায়। চৰাই এটাক উদ্দেশ্য কৰি এই প্ৰবন্ধটো লিখা হয়।

বেজবৰুৱাৰ 'বাঁহী' আৰু গোহাঞিবৰুৱাৰ 'উষা' আদি আসাম

বান্ধৱৰ সমসাময়িক আলোচনী। তাৰানাথ চক্ৰৱৰ্তীদেৱৰ দ্বাৰা সম্পাদিত 'আসাম বান্ধব'ৰ যদিও অন্যতম প্ৰধান লক্ষ্য আছিল কামৰূপী শব্দ আৰু ভাষা প্ৰচলন কৰা তথাপি ই বিভিন্ন গল্প, কবিতা আৰু বিশেষকৈ গধুৰ প্ৰবন্ধৰ দ্বাৰা ভাষা-জননীক সেৱা কৰিবলৈ সমৰ্থ হৈছিল। বেজবৰুৱাই তেওঁৰ সম্পাদিত বাঁহীত উজনিৰ ভাষাৰ গুৰুত্ব আৰোপ কৰিছিল।

বোধহয় তেওঁ ৰবীন্দ্ৰনাথ ঠাকুৰৰ বঙলা ভাষা চলোৱা বিলাকে অৱলম্বন কৰিছিল। সেই সময়ত নামনি অসমৰ ছাত্ৰ বিলাকে কামৰূপী ভাষাৰ পৃষ্ঠপোষকতা কৰি তাৰানাথ চক্ৰৱৰ্তীদেৱৰ সম্পাদনাত ওলোৱা 'আসাম বান্ধব' মাহেকীয়া কাকতখনলৈ দান-বৰঙণি আগবঢ়াইছিল। চক্ৰৱৰ্তী সম্পাদিত আলোচনীখনৰ পৃষ্ঠপোষক আছিল কালিৰাম মেধি, ডঃ হৰেকৃষ্ণ দাস, হাকিম ভাৰতচন্দ্ৰ দাস আৰু শৰৎচন্দ্ৰ গোস্বামী প্ৰভৃতি। এই উজনি আৰু নামনি অসমৰ ভাষা-যুদ্ধৰ ফল বৰং ভালেই হৈছিল। উভয় পক্ষই পৰস্পৰৰ শব্দ আৰু ৰীতি ভালদৰে গ্ৰহণ কৰিছিল। ঠিক সেই সময়ত কালিৰাম বৰ্মণৰ সম্পাদনাত 'বিশ্ববাৰ্তা' নামৰ এখন বাতৰি কাকত ওলায়। লক্ষ্মীনাথ বেজবৰুৱাৰ 'বাঁহী' আৰু তাৰানাথ চক্ৰৱৰ্তী কাব্যবিনোদৰ 'আসাম বান্ধব'ৰ মাজত উজনি আৰু নামনি অসমৰ ভাষা লৈ বাদানুবাদ চলাত যোৰহাটৰ চন্দ্ৰধৰ বৰুৱাই 'বিশ্ববাৰ্তাৰ সম্পাদক বৰ্মণলৈ প্ৰবন্ধ পঠিয়াই চিঠিৰে পৰামৰ্শ দিছিল যে উভয় পক্ষৰ সহজ আৰু সৰ্বজনবিদিত প্ৰচলিত শব্দবোৰক 'বিশ্ববাৰ্তাত যাতে ঠাই দিয়া হয়। বৰুৱাৰ উপদেশ 'বিশ্ববাৰ্তা'ৰ সম্পাদকে পালন কৰাত আৰু গৰ্ডন চাহাবৰ অনুৰোধত উভয় পক্ষৰ এটা মধ্যম পন্থা লোৱাত সকলোৱে ভাল পালে। এই ঘটনাৰ পৰা বুজা যায় তাৰানাথ চক্ৰৱৰ্তী ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাৰ লগতো ভাষা-যুদ্ধত প্ৰবৃত্ত হৈছিল।

তাৰানাথ চক্ৰৱৰ্তীদেৱৰ প্ৰকাশিত কিতাপ হ'ল 'বেউলা' আৰু 'ৰাজবল্লভ'। অপ্ৰকাশিত গ্ৰন্থ কেবাখনো তেওঁৰ দ্বাৰা ৰচিত হৈছিল।

সেইবোৰ হল—অসমীয়া সাধুকথা (৭টা সাধু), চণ্ডীৰ ব্যাখ্যা (সংস্কৃতত), হস্তী-চিকিৎসা, লাচিত বিজয় নাট, দেৱ-দেৱীৰ পদ আৰু পদ্মপুৰাণৰ পদ ৰচনা, মহাস্থানৰ পদ ৰচনা ইত্যাদি। কর্পূৰাদি স্তৱৰ ব্যাখ্যা আৰু দশমহাবিদ্যাৰ পদো তেওঁৰ লিখনিৰ মাজেৰে প্ৰকাশ পায়। কিন্তু এতিয়া অপ্ৰকাশিত গ্ৰন্থবোৰ সংৰক্ষণৰ অভাৱত নষ্ট হৈ গৈছে।

'বেউলা'খন চক্ৰৱৰ্তীৰ আখ্যানমূলক পুথি। পদ্মপুৰাণৰপৰা ইয়াৰ আখ্যানভাগ লোৱা হৈছে। পুৰণি অসমীয়া সাহিত্যত বেউলাৰ বিষয়ে কবি মনকৰ, দুৰ্গাবৰ আৰু সুকবি নাৰায়ণদেৱে আলোচনা কৰি গৈছে। চক্ৰৱৰ্তীয়ে পদ্য সাহিত্যৰ মাজেৰে বেউলাৰ সম্যক পৰিচয় সৰ্বসাধাৰণৰ আগত দাঙি ধৰিছে। চক্ৰৱৰ্তীৰ 'বেউলা'ৰ আলম লৈয়ে নাট্যকাৰ অতুল হাজৰিকাই কোমল বয়সতে তেওঁৰ প্ৰসিদ্ধ নাট 'বেউলা' ৰচনা কৰিছিল।

'ৰাজবল্লভ' ১৯৩৩ চনত অনূদিত আৰু প্ৰকাশিত হয়। চক্ৰৱৰ্তীৰ এইখন মৌলিক পুথি নহয়, অনূদিত গ্ৰন্থহে। কামৰূপৰ কবিৰাজ নাৰায়ণ দাসে এইখন গ্ৰন্থ সংস্কৃত ভাষাত ৰাজবল্লভ নাম দিছিল। কিন্তু ইয়াক খোঁৰাচাঙৰপৰা উলিয়াই চক্ৰৱৰ্তীদেৱে অনুবাদ কৰি প্ৰকাশ কৰে। 'ৰাজবল্লভ' সাধাৰণ স্বাস্থ্য সম্বন্ধীয় এখন পুথি। আয়ুৰ্বেদ শাস্ত্ৰৰ মতানুযায়ী বিভিন্ন খাদ্যৰ গুণাগুণৰ বিষয়ে ইয়াত বহলভাৱে আলোচনা কৰা হৈছে। এই অনূদিত পুথিখনৰপৰা কামৰূপত আয়ুৰ্বেদ শাস্ত্ৰৰ কিমান চৰ্চা আছিল তাৰ এটা সুন্দৰ আভাস পোৱা যায়। পুৰণি কালত কামৰূপীয় কবিৰাজ সকলে সম্পূৰ্ণ বিজ্ঞান-সম্মতভাৱে যে তেওঁলোকৰ ব্যৱসায়ৰ অনুশীলন কৰিছিল ই তাৰ চিনাকি দিয়ে। মূল আয়ুৰ্বেদ সংহিতা গ্ৰন্থবিলাকৰপৰা প্ৰমাণ সংগ্ৰহ কৰি সৰ্বসাধাৰণ পাঠকৰ সুবিধাৰ কাৰণে প্ৰভাতকৃত্য পূৰ্বাহ্নকৃত্য, মধ্যাহ্নকৃত্য, অপৰাহ্নকৃত্য, ৰজনীকৃত্য—এই পাঁচ পৰিচ্ছেদ আৰু পৰিশিষ্টত ঋতুচৰ্চা ঔষধী বৰ্ণনা নামে পৰিচ্ছেদ যোগ কৰা অনুবাদিত

এই ৰাজবল্লভ পুস্তকখনি। অগ্নি, বায়ু, ধূম, হিম, পানী আদি সৰ্বসাধাৰণ মানৱৰ উপভোগ্য প্ৰাকৃতিক উপাদান বিলাকৰ বৰ্ণনা। অন্ন-শাক, দধি-দুগ্ধ, ঘৃত-নবনীত, মাছ-মাংস আদি মানৱৰ খাদ্যবোৰৰ বৰ্ণনা, পিঠা, পৰমান্ন, ব্যঞ্জন আদি কৃত্ৰিম খাদ্যসমূহৰ বৰ্ণনা ইয়াত পোৱা যায়। ৰাজবল্লভ অনূদিত গ্ৰন্থ হলেও ইয়াত চৰক, সুশ্ৰুত, হাৰীত, বাগভট, ভাব-প্ৰকাশ, ৰাজ-নিৰ্ঘণ্টু, দ্ৰব্যগুণাভিধান, শব্দস্তোম, মহানিধি, শব্দকল্পদ্ৰুম আদি গ্ৰন্থ বিচাৰ কৰি যথাসম্ভৱ ৰচনবিলাকৰ মৌলিক অনুসন্ধান কৰা হৈছে আৰু ফুটনোটত সপক্ষ-বিপক্ষ প্ৰমাণবিলাক সংগ্ৰহ কৰি দিছে। খাদ্যৰ লগত যে শৰীৰ আৰু স্বাস্থ্যবিজ্ঞানৰ অবিচ্ছেদ্য সম্বন্ধ তাক আজিকালি সকলো চিকিৎসকেই স্বীকাৰ কৰিব। খাদ্যতত্ত্বৰ বিষয়ে যে বহল চৰ্চা হব লাগে তাক আজিকালি সকলোৱে অনুভৱ কৰিছে। খাদ্যতত্ত্বৰ বিষয়ে নতুন গবেষণা সকলো উন্নত দেশত চলিব ধৰিছে। শৰীৰ সবল, সুস্থ আৰু নিৰোগী ৰাখিবলৈ কেনে ধৰণৰ খাদ্য আমাৰ আৱশ্যকীয় সেই বিষয়ে বিশদ আলোচনা চলি আছে। সেই ফালৰ পৰা বিচাৰ কৰিলে দেখা যায় 'ৰাজবল্লভ' এখন অমূল্য গ্ৰন্থ।

তাৰানাথৰ ৰচিত অপ্ৰকাশিত 'হস্তীচিকিৎসা'ও এখন অমূল্য গ্ৰন্থ আছিল। তেওঁ নিজঘৰত হাতী-ঘোঁৰা ৰাখিছিল আৰু এই জন্তু চিকিৎসা সম্পৰ্কে গবেষণাও কৰিছিল। তেওঁৰ ৰচিত 'হস্তী চিকিৎসা'ৰ পাণ্ডুলিপিটো কাৰোবাৰ হাতত পৰি পুনৰ ঘূৰি নাহিল। অসমীয়া সাহিত্যত হাতীৰ বিষয়ে লিখা এইখন দ্বিতীয় গ্ৰন্থ বুলি কব পাৰি। আমাৰ দেশত বনৰীয়া হাতী ধৰি তাক ঘৰচীয়া কৰা প্ৰণালী আৰু তাক ৰাজ্যৰ নানা কামত লগোৱা দস্তুৰ, আকৌ কি হাতীৰ কি লক্ষণ, হাতীৰ কি ৰোগ হলে কি চিকিৎসা কৰিব লাগে ইত্যাদি বিষয়ৰ নানা পুথি লিখি আমাৰ পূৰ্বপুৰুষবিলাকে আমাৰ সাহিত্যৰ ভঁৰাল চহকী কৰি থৈ গৈছে। এই হস্তীবিদ্যা অসম দেশৰ এটা অনুপম সম্পদ। 'হস্তীবিদ্যাৰ্ণব' নামৰ এনে এখন সচিত্ৰ পুথি হাতীৰ ছবিৰে সুকুমাৰ

ৰৰকাথে লিখিছিল। এই পুথিখন দেখি ৰবীন্দ্ৰনাথ ঠাকুৰৰ নিচিনা কবি আৰু ছাৰ প্ৰফুল্লচন্দ্ৰ ৰায়ৰ নিচিনা বৈজ্ঞানিকো মোহিত হৈছিল। তাৰানাথ চক্ৰৱৰ্ত্তীৰ 'হস্তী চিকিৎসা'ত হাতীৰ ছবি নাথাকিলেও হাতীৰ ৰোগ আৰু চিকিৎসা সম্পৰ্কে বিস্তৃত বিৱৰণ আছিল।

কাব্যবিনোদ তাৰানাথ চক্ৰৱৰ্ত্তীদেৱৰ বহুমুখী প্ৰতিভা আছিল। তেওঁৰ জীৱনৰ ভালেখিনি উল্লেখযোগ্য ঘটনা আৰু কাৰ্য্যাৱলীৰ ভিতৰত কেইটামান উল্লেখ কৰা হল:

(১) চক্ৰৱৰ্ত্তী আছিল স্বদেশপ্ৰেমী আৰু সমাজকৰ্ম্মী। ১৯২১ চনত অসহযোগ আন্দোলনত যোগদান কৰিছিল যদিও ফাটেক খোৱা নাছিল। বৃটিছ চৰ্কাৰে তেওঁৰ পাণ্ডিত্যত মুগ্ধ হৈ তেওঁক কাৰাৰুদ্ধ কৰা নাছিল।

(২) স্বাধীনতাৰ আগতে নিজ গাঁৱত মহাকালী বিদ্যালয়খন স্থাপন কৰিছিল। এই বিদ্যালয়ক কেন্দ্ৰ কৰিয়েই চৰ্কাৰৰ পৰা অনুদান লৈ মহাকালী মন্দিৰ আৰু মহাকালী নলীনাদ নিৰ্মাণ কৰা হৈছিল।

(৩) চক্ৰৱৰ্ত্তীদেৱে অসমৰ পণ্ডিতসমাজৰ প্ৰতিনিধি হৈ সৰ্বভাৰতীয় হিন্দু মহাসভা কেইবাখনত যোগদান কৰিছিল। অসমৰ এজন বিশিষ্ট পণ্ডিত বুলি বক্তৃতাৰে পৰিচয় দি সুখ্যাতি অৰ্জন কৰে।

(৪) নবদ্বীপত অনুষ্ঠিত সৰ্বভাৰতীয় হিন্দু মহাসভাত ভাষণ দি কাব্যবিনোদ উপাধি লাভ কৰাৰ উপৰিও অসমৰ এজন প্ৰখ্যাত সংস্কৃত পণ্ডিত বুলি ভাৰতৰ পণ্ডিত সমাজৰপৰা ভূয়সী প্ৰশংসা পায়। কাশীত বহা ভাৰতীয় হিন্দু মহাসভাতো তেওঁ যোগদান কৰে। সেই মহাসভাত তেওঁক বক্তৃতা দিবলৈ প্ৰথমে পাঁচ মিনিট সময় দিয়া হৈছিল। কিন্তু তেওঁৰ ভাষণৰ উপস্থাপনত মোহিত হৈ সভাপতিদেৱে দুদিনত দুঘণ্টা বক্তৃতা দিয়াৰ অনুমতি দিছিল।

(৫) নলবাৰী গৰ্ডন হাইস্কুলৰ গঙ্গাৰাম হল স্থাপনৰ গুৰিতে আছিল তাৰানাথ চক্ৰৱৰ্ত্তীদেৱ। তেওঁ ডিব্ৰুগড়ত সাংবাদিক হৈ থাকোতে এই দান গঙ্গাৰাম চৌধুৰীৰ পৰা আনিছিল আৰু তেওঁৰ দানৰ

স্বাৰা স্কুলৰ এটি ঘৰ নিৰ্ম্মাণ হোৱা কাৰণে স্কুল কমিটীয়ে সেই ঘৰটোৰ নাম গঙ্গাৰাম চৌধুৰী হল ৰাখিছিল। আজিও সেই ঘৰৰ সৌন্দৰ্য্য ম্লান হৈ যোৱা নাই।

(৬) আনুমানিক ১৯২১ চন মানত নলবাৰীৰ অন্তৰ্গত বৰনদীত মহাবিষ্ণু যজ্ঞ অনুষ্ঠিত হৈ আজিলৈকে এই যজ্ঞ পূৰ্ণ পয়োভৰেৰে চলি আছে। এই মহাবিষ্ণু যজ্ঞৰ কথা স্মৰণ কৰিলে আমাৰ তিনিগৰাকী মহান ব্যক্তিলৈ মনত পৰে। এওঁলোক হ'ল তাৰানাথ চক্ৰৱৰ্ত্তী কাব্যবিনোদ, নলবাৰী সত্ৰৰ সত্ৰাধিকাৰ প্ৰতাপচন্দ্ৰ গোস্বামী আৰু বৰনদীৰ পুষ্পকান্ত শাস্ত্ৰী। নানা কামৰ মাজত থাকি তাৰানাথে যজ্ঞগৃহ নিৰ্মাণত আগভাগ লৈছিল।

(৭) অসম সাহিত্য সভাৰ প্ৰথম বছৰৰ ১৯১৭-১৮ চনৰ কাৰ্য্যনিৰ্বাহক সমিতিৰ অন্যতক সদস্য আছিল তাৰানাথ চক্ৰৱৰ্ত্তী। তেওঁ চালুকীয়া অসম সাহিত্য সভাখনলৈ কিছু পৰামৰ্শ আগবঢোৱাৰ উপৰিও প্ৰধান সম্পাদক শৰৎচন্দ্ৰ গোস্বামীৰ সহযোগত সভাৰ কলেবৰ বৃদ্ধি কৰাত মন দিছিল।

(৮) অসম আয়ুৰ্বেদ মহাসভাৰ বাৰ্ষিক অধিবেশন এবাৰ চক্ৰৱৰ্ত্তীদেৱৰ আমন্ত্ৰণক্ৰমে বাইহাটা পুঠিমাৰীত বহিছিল। এই অধিবেশন সুচাৰুৰূপে পূৰ্ণ হোৱাৰ গুৰিতে আছিল চক্ৰৱৰ্ত্তীদেৱ। তেওঁ অভ্যৰ্থনা সমিতিৰ সভাপতিও আছিল।

(৯) ১৯৪৮ চনত মহাত্মা গান্ধীৰ অস্থি নিক্ষেপণৰ কাৰণে ব্ৰহ্মপুত্ৰলৈ যাত্ৰা কৰোঁতে মটৰ দুৰ্ঘটনাত পৰে আৰু তাতে তেওঁ শৰীৰত আঘাত পায়। পিছত গুৱাহাটী আৰু ছিলঙৰ ৰবাৰ্ট হস্পিতালত থাকি আৰোগ্য লাভ কৰে।

(১০) ১৯৪৮ চনৰ জুলাই মাহত দৰং জিলাৰ চতিয়াত এখন হিন্দু সমাজ বহে। তাত বিশেষকৈ হিন্দু শাস্ত্ৰলৈ দুটা দলৰ মতভেদ হয়। এটা দলৰ নায়ক আছিল গোপিকাবল্লভ গোস্বামী। আনটো দলে তাৰানাথ চক্ৰৱৰ্ত্তীদেৱক আমন্ত্ৰণ কৰি নিয়ে। তেওঁ হিন্দুশাস্ত্ৰত থকা

বিবাহ, শ্ৰাদ্ধ আদিৰ বিষয়ে প্ৰমাণ দৰ্শাই এটি বক্তৃতা দি সুখ্যাতি অৰ্জন কৰাৰ উপৰিও মানুহৰ মনত খেলোৱা শাস্ত্ৰৰ প্ৰতি থকা বিৰূপ ভাব গুচায়।

ইয়াৰ উপৰিও সংস্কৃত সঞ্জীৱনী সভা, নলবাৰী সংস্কৃত কলেজ স্থাপনৰ প্ৰতি তাৰানাথ চক্ৰৱৰ্তী কাব্যবিনোদৰ উৎসাহ আৰু উদ্যম উল্লেখযোগ্য।

আয়ুৰ্বেদ শাস্ত্ৰৰ চিকিৎসক হিচাপে চক্ৰৱৰ্তীদেৱে সুখ্যাতি অৰ্জন কৰিছিল আৰু অসমৰ নানা ঠাইৰ মানুহে তেওঁৰ হতুৱাই চিকিৎসা কৰাইছিল। তেওঁ পুৰণি অসমৰ চিকিৎসা সম্পৰ্কে আৱাহনত 'পুৰণি অসমীয়া আয়ুৰ্বেদ সম্ভাৰ' আৰু 'সপ্তদশ শতাব্দীৰ অসমীয়া কৱিৰাজ' শীৰ্ষক দুটি প্ৰবন্ধ লিখি জ্ঞানৰ পৰিচয় দিয়ে। প্ৰথমতে তেওঁ নিজ ঘৰতে কবিৰাজী কৰে। তাত ভালদৰে মন নবহাত নলবাৰী অঞ্চলৰ কেইবাগৰাকী কবিৰাজৰ সহযোগত নিজ গাঁৱত কামৰূপ আয়ুৰ্বেদ আশ্ৰম নামৰ এখন ঔষধালয় স্থাপন কৰে। এই আয়ুৰ্বেদ আশ্ৰমখনৰ কেইবছৰমান গুৰি ধৰি থাকি পিছত তেওঁ গুৱাহাটীৰ উজান বজাৰত চক্ৰৱৰ্তী আয়ুৰ্বেদালয় স্থাপন কৰে। ইয়াত চিকিৎসক হৈ থাকোতে তেওঁৰ মনত প্ৰথমে ভুমুকি মাৰিছিল জাতীয় চৰকাৰী আয়ুৰ্বেদ কলেজ নিৰ্মাণৰ ছবি। গুৱাহাটী আয়ুৰ্বেদ কলেজ স্থাপনৰ অন্যতম উদ্যোক্তা আছিল বুলিও চক্ৰৱৰ্তীক কব পাৰি।

মিষ্টভাষী, অমায়িক, নম্ৰ, অহঙ্কাৰশূন্য অথচ দৃঢ়প্ৰতিজ্ঞ আৰু কৰ্তব্য-পৰায়ণ এজন মানুহ, এইজনেই তাৰানাথ চক্ৰৱৰ্তী কাব্যবিনোদ, এজন দায়িত্বপূৰ্ণ ব্যক্তি। তেওঁ নিজৰ দায়িত্ব সম্পূৰ্ণৰূপে পালন কৰিছিল। ৰাজহুৱা কামৰ আহ্বান চক্ৰৱৰ্তীদেৱে কোনো দিনে উপেক্ষা কৰা নাছিল। গতিকে তেওঁৰ জীৱন এক আদৰ্শ জীৱন—অনুকৰণীয় জীৱন। তেওঁৰ চৰিত্ৰত এফালে যিদৰে সৰলতা, কৰ্তব্যপৰায়ণতা আৰু উদাৰতা দেখা গৈছিল, আনফালে ক্ষিপ্ৰতা, বিশ্বস্ততা আৰু নিৰ্ভৰশীলতা পৰিলক্ষিত হৈছিল।

১৮৭৫ শকৰ পুহ মাহৰ ১৯ তাৰিখে ৭৩ বছৰ বয়সত নলবাৰী বনগাঁৱৰ নিজ ঘৰত পত্নী, তিনিজন পুত্ৰ আৰু এজনী কন্যা এৰি থৈ তাৰানাথ চক্ৰৱৰ্ত্তীদেৱ পৰলোকগামী হয়। আজি চক্ৰৱৰ্ত্তী ইহলোকত নাই সঁচা, কিন্তু উজ্জ্বলিত হৈ থাকিল তেওঁৰ স্মৃতি, যশস্যা আৰু সদ্‌গুণৰাশি। সাংবাদিক তাৰানাথ কাব্যবিনোদে অসমীয়া ভাষা আৰু সাহিত্যত যি অৰিহণা দি গ'ল, তাৰ বাবেই তেওঁ অসমীয়া সমাজত সমাদৃত হৈ থাকিব।

# চন্দ্ৰকান্ত অভিধান সঙ্কলক্‌ শিক্ষাবিদ কৌঁহিৰাম দাস

শ্ৰীতীৰ্থলোচন তামুলী

আজি আমি এনে এগৰাকী কামৰূপ-ৰত্নৰ জীৱন কথা আলোচনা কৰিম, যাৰ ব্যক্তিগত জীৱনৰ পৰিচয়সূচক ঘৰ-মাটি, সম্পত্তি একোৱেই নাই, অথচ যাৰ নামৰ লগত,জীৱনৰ লগত অসমৰ সুযোগ্য শিক্ষাধিকাৰ, অসম সাহিত্য সভাৰ প্ৰথম সম্পাদক ৺শৰৎচন্দ্ৰ গোস্বামী, ভাষা-জননীৰ সুযোগ্য চহকী সন্তান দানবীৰ ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়া, চন্দ্ৰকান্ত অভিধান, যোৰহাট নগৰ, অসম সাহিত্য সভা প্ৰভৃতিৰ নাম বিশেষ ৰকমে সম্পৰ্কিত। তথাপি যেন আজি সেই নামটো কেনেবাকৈ হেৰাই যাবলৈ ধৰিছে। আজিৰ পুৰুষে তেওঁৰ পাণ্ডিত্যৰ কথা, তেওঁৰ তীক্ষ্ণ বুদ্ধি-বৃত্তিৰ কথা, চিন্তা-শক্তিৰ কথা, সততাৰ কথা, স্বাধীনচিতীয়া মনোভাবৰ কথা ক'তো নাপাব। তেৱেঁই আছিল দাৰ্শনিক, ভাষাবিদ, চন্দ্ৰকান্ত অভিধানৰ প্ৰধান সংকলক ৺কৌঁহিৰাম দাস, বি-এ ( অনাৰ্ছ ) ডাঙৰীয়া। আমাৰ জাতীয় জীৱনৰ পৰা যে কিমান এনে একোটি ৰত্ন হেৰাই গৈছে, তাৰেইবা বতৰা কোনে ৰাখে।

কৌঁহিৰাম দাসৰ জন্ম হৈছিল কামৰূপ জিলাৰ কাঁহ শিল্পৰ প্ৰখ্যাত সৰ্থেবাৰী নগৰত। তেতিয়াৰ সৰ্থেবাৰী মাছ-গাখীৰ, আম-কঠাল, জাম-টেঙা আদিৰে ভৰা এখন 'আত্‌লি বহ্‌অল' শ্ৰীমন্ত গাঁও আছিল। ৺দাসৰ জন্ম হৈছিল ১৮৮২ চনৰ ভাদ মাহৰ কোনোবা এটি দেওবাৰে। তেওঁৰ পিতাক আছিল ৺তীথাৰাম দাস। তেওঁৰ নিচেই সৰু কালতে মাক ৰতনী ঢুকায়। তেওঁলোকৰ মানুহ ঘৰেই সৰ্থেবাৰীৰ প্ৰাচীন বাসিন্দা বুলি কোৱা হয়। তেওঁলোকৰ পূৰ্বপুৰুষজনাৰ নাম হেনো হৰিদেৱ আছিল।

কৌঁহিৰাম দাসৰ শিশুকাল বৰ সুখৰ আছিল। আত্মজীৱন চৰিতত

তেওঁ লিখিছে, "পুৱাই উঠি গোকুলৰ ফুল তুলি আনি তাৰে গুৰুঘৰৰ কাৰণে নিৰ্মালিৰ মালা সাজিছিলোঁ। বাটত বাংলা সোল, ধেন্দাগুটি খেলা, সন্ধিয়া বাটৰ ধূলিত ধেমালি, শুকান পুখুৰীত ওপৰৰ পৰা পিচলি পৰা, ভিতৰ বাৰীৰ আম খাবলৈ যোৱা, কুকুৰ যুঁজোৱা, নলৰ নাও সাজি তাক পানীত পালে সৈতে চলিব দিয়া, দুপৰীয়া আল্লা নৈৰ বালিত বালিৰে নানা মূৰ্ত্তি সজা, জুলুকি, বৰশী, ডোলজাল, ঘূৰ্ণীপাতি, নাও জেক দি মাছ মৰা, বাঁহীবন, বিৰিনা কটা, গৰু ৰখা প্ৰভৃতি আমাৰ কাম আছিল। ভেলাঘৰ সাজিবলৈ প্ৰায় এমাহ আগৰেপৰা লাগিছিলো। গাঁৱৰ দোংবিলাকৰ মাছ বছৰত এদিন সকলোৱে মাৰিছিল। সিও এটা উৎসৱৰ দিন আছিল। বাৰিষাৰ পানীৰে ভৰা আল্লা নৈৰ বহল বুকুত হোৱা জন্মাষ্টমীৰ উৎসৱৰ দৰে আনন্দময় উৎসৱ মই কেতিয়াও পাহৰিব নোৱাৰো।" এনেকুৱা আনন্দমুখৰ আছিল দাসৰ শৈশৱকাল।

সাত বছৰমান বয়সত কৌহিৰাম দাসে সৰ্থেবাৰীৰ বাংলা ছাত্ৰবৃত্তি স্কুলত নাম লগায়। সেই সময়ত আমাৰ ৰাজ্যতো বঙলা ভাষাৰ প্ৰচলন হৈছিল। দাসৰ পঢ়াত প্ৰবল ধাউতি আছিল। সেইবাবে তেওঁ নিৰ্জন ঠাই খুব ভাল পাইছিল। প্ৰথম পাঠৰ আখৰ আৰু শব্দবোৰ চাই চাই তেওঁ পঢ়িছিল। ল'ৰাকালত আখৰ আৰু শব্দই তেওঁক বৰকৈ আকৰ্ষিত কৰিছিল। নিৰ্জনতাক বিচাৰি তেওঁ খেৰৰ পুজি আৰু ঘৰৰ পাছফাল আদিলৈ পৈ দিনেকীয়া পাঠ পঢ়িছিল। পঢ়াত তেওঁ অত্যন্ত মনোযোগী আছিল। তেওঁ ইমান মনোযোগী আছিল যে তেওঁ হেনো অধ্যয়নৰ সময়ত কিতাপৰ আখৰ কেইটিৰ বাহিৰে একো বস্তুকে নেদেখিছিল আৰু একো শব্দও শুনিছিল। সেইবাবে তেওঁ বোলে কোনো কথাকে এবাৰতকৈ বেছি পঢ়িব নালাগিছিল আৰু যিকোনো মুহূৰ্ত্ততে পৰীক্ষা দিবলৈ পাৰিছিল। আনপক্ষে তেওঁ পৰীক্ষা বুলি কোনো দিনে বেছিকৈ পঢ়িবলগা হোৱা নাছিল। অত্যন্ত মনোযোগী হোৱা বাবেই তেওঁ

কঁহাৰৰ গঢ়শালিত থাকি হাতুৰীৰ টিং টিং টাং টাং শব্দৰ মাজত থাকিও অধ্যয়ন কৰিব পাৰিছিল।

দাসে এবাৰ নে দুবাৰ ডবল প্ৰমোছন পাই পাঁচ বছৰ মানতে ছাত্ৰবৃত্তি স্কুলৰ শিক্ষা শেষ কৰে আৰু ইং ১৮৯৪ চনত ৪ টকা মাহিনা জলপানী লৈ গুৱাহাটীত এণ্টেন্স পঢ়িবলৈ যায়। সেই বছৰতে তেওঁৰ পিতাক ঢুকায়। এই ঘটনাই পিছত তেওঁৰ দুখময় জীৱনৰ সূচনা কৰিলে। পিতাকৰ অশৌচৰ ভিতৰতে তেওঁৰ শিক্ষক জয়ৰাম পণ্ডিত মহাশয়ৰ ওচৰত ইংৰাজী প্ৰথম পাঠখন পঢ়ি শেষ কৰে আৰু তাৰ বলতে হাইস্কুলৰ এক শ্ৰেণী ওপৰত নাম লগোৱাৰ যোগ্যতা অৰ্জন কৰে। হাইস্কুলতো এবাৰ তেওঁ ডবল প্ৰমোছন লৈ পাঁচ বছৰতে প্ৰৱেশিকা পৰীক্ষা দি ইং ১৮৯৯ চনত দ্বিতীয় বিভাগত গুৱাহাটীৰ কলেজিয়েট স্কুলৰ পৰা পাছ কৰে আৰু কুৰিটকীয়া এটা চৰ্কাৰী জলপানী পায়। হাইস্কুলৰ পঞ্চমমান শ্ৰেণীৰ পৰা তেওঁ মেলেৰিয়াৰ দ্বাৰা আক্ৰান্ত হয়। এই ৰোগে তেওঁক সাত বছৰমান জুটি ঘটি কৰি তেজপানী নষ্ট কৰিছিল। গুৱাহাটীত পঢ়োঁতে তেওঁ বেছি দিন সাৰ্থেবাৰীৰ কহাঁৰৰ মাজতে কটাইছিল আৰু সেইবাবে তেওঁলোকৰ সুখ-দুখ আৰু অভ্যাসৰ লগত বিশেষৰূপে পৰিচিত হৈছিল। আনকি কেতিয়াবা কঁহাৰৰ পাগত আৰু কেতিয়াবা নিজেও ৰান্ধিবাঢ়ি খাইছিল। কঁহাৰ গুৱাহাটীত না থাকিলে ভৰলুমুখৰ বাসিন্দা লোকৰ ঘৰত থাকি নৈৰপৰা কলহেৰে পানী আনি আৰু হাবিৰ পৰা খৰি গোটাই আনিও তেওঁ চলিছিল। তদুপৰি টকা-পইচাৰ অভাৱৰ কাৰণে তেওঁ কঁহাৰৰ জুহালৰ জুইৰ পোহৰতে কিতাপ পঢ়িছিল আৰু কঁহাৰৰ কাম বন্ধ হলে বা কাম নাথাকিলে তেওঁ গৈ ভৰলুৰ পাৰৰ 'লাইট পোষ্ট'ৰ তলত থিয় হৈ হৈ নিৰ্জন নিশা কিতাপ পঢ়ি কটাইছিল। তেওঁ কলিকতালৈ যাওঁ বুলি ধুবুৰী পোৱাত কোচবেহাৰ কলেজত পঢ়িবলৈ যোৱা ছাত্ৰৰ লগ পাই কোচবেহাৰলৈ গল। অসমৰ ছাত্ৰবিলাকে তেতিয়া কলেজীয়া শিক্ষা লবলৈ কলিকতা

নাইবা কোচবেহাৰলৈয়ে যাবলগা হৈছিল, কিয়নো অসমত তেতিয়া কলেজ স্থাপন হোৱা নাছিল। দাসে কোচবেহাৰ কলেজৰ পৰা সংস্কৃতত 'লেটাৰ' সহ কলেজৰ ছাত্ৰৰ ভিতৰত দ্বিতীয় স্থান অধিকাৰ কৰি এফ-এ পৰীক্ষাত উত্তীৰ্ণ হয় আৰু মহাৰজা ভূপেন্দ্ৰনাথ বাহাদুৰ মহাশয়ৰ পৰা এটা পোন্ধৰ টকীয়া জলপানী লাভ কৰে। তেতিয়া কলেজৰ অধ্যক্ষ আছিল বিখ্যাত দাৰ্শনিক পণ্ডিত ব্ৰজেন্দ্ৰনাথ শীল। ৺দাসে অধ্যক্ষ শীল মহাশয়ৰ পাণ্ডিত্য দেখি তেওঁৰ প্ৰতি বৰ আকৃষ্ট হৈছিল। ব্ৰজেন্দ্ৰনাথ শীল সৰ্বশাস্ত্ৰ বিশাৰদ পণ্ডিত আছিল। কোঁহিৰাম দাসৰ ওপৰত এই পণ্ডিতজনাৰ বিশেষ প্ৰভাৱ পৰিছিল। ইং ১৯০৩ চনত কোঁহিৰাম দাস দ্বিতীয় হৈ দৰ্শনত বি-এ পাছ কৰে। এই কলেজৰ পৰাই তেওঁ দৰ্শনত এম-এ আৰু বি-এ পৰীক্ষাও দিছিল, কিন্তু তেওঁ এই দুযোটা পৰীক্ষাতে অকৃতকাৰ্য্য হবলগা হয়। বি-এল পাছ কৰিব নোৱাৰাটো স্বাধীনচিতীয়া কোঁহিৰামৰ বাবে এটা অভিশাপৰ দৰে হ'ল, কিয়নো তেওঁ চাকৰি কৰাটো কেতিয়াও ভাল পোৱা নাছিল। কোঁহিৰাম দাসৰ জীৱন দুখ-শোক-তাপেৰে ভৰা এক বিচিত্ৰ জীৱন। তেওঁ ইং ১৯০৬ চনত বৰপেটাৰ মহোদৰ পাঠকৰ প্ৰথমা কন্যা হেমন্তীক বিয়া কৰায়। গৃহস্থালিৰ প্ৰতি তেওঁৰ বিশেষ একো অনুৰাগ নাছিল। সতি-সন্ততিৰ ভিতৰত তেওঁৰ এতিয়া মাত্ৰ দুজনী ছোৱালী আৰু দুজন লৰাহে আছে।

দাসৰ প্ৰথম চাকৰি আৰম্ভ হয় নাজিৰা হাইস্কুলত ১৯০৬ চনত। প্ৰথমে তেওঁ তাত সহকাৰী প্ৰধান শিক্ষক হিচাপে কাম কৰে। এবছৰ পিছত প্ৰধান শিক্ষক হৈ চাৰিবছৰ নাজিৰাত থাকে। তেতিয়া উজনি অসমত ইংৰাজ চাহাবৰ প্ৰভাৱ আছিল। চৰকাৰী অফিচ আদিৰ উপৰিও স্কুলসমূহতো ইংৰাজসকলৰ কৰ্তৃত্ব বেচ আছিল। সেই সময়ত অসম চাহ কোম্পানীৰ বৰচাহাবজন নাজিৰা হাইস্কুল কমিটীৰ সভাপতি আছিল। তেওঁৰ প্ৰভাৱ কমিটীৰ মেম্বৰ-শিক্ষকসকলৰ ওপৰত যথেষ্ট পৰিছিল। এদিন এজন বি-এ পাছ কৰা শিক্ষকে

বৰচাহাবক বাটত চিনি নাপাই চালাম নিদিলত তত্তালিকে তেওঁক কোম্পানীৰ মাটিত থকা ঘৰত থাকিবলৈ নিদি তাৰপৰা গুলাই যাবলৈ কোৱাত শিক্ষকজনে গৈ প্ৰধান শিক্ষক কোঁহিৰাম দাসৰ ঘৰত থাকিলগৈ। এই ঘটনাৰ পিছত এদিন স্কুল পৰিদৰ্শক মিঃ ডন আৰু তেতিয়াৰ শিক্ষাধিকাৰ চাহাব স্কুল পৰিদৰ্শন কৰিবলৈ আহে। ডন চাহাবে 'কালা আদ্‌মী'ক ঘিণ কৰিছিল। এই কথায়ো দাসৰ মনত এনে এটা প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছিল যে তেওঁলোকক দাসে স্কুলত সাক্ষাৎ নকৰিলে। পিছত স্কুল চলোৱা কথাত ছেক্ৰেটাৰীৰ লগতো মতৰ অমিল হোৱাত পাঁচ বছৰৰ মূৰত তেওঁ নাজিৰা এৰি গুচি আহিল।

১৯১২ চনত দাসে গোবিন্দ বেজবৰুৱা হাইস্কুলত সহকাৰী প্ৰধান শিক্ষক হিচাপে কাম ললে। প্ৰধান শিক্ষক আছিল শশধৰ বৰুৱা। দাস নাজিৰাত প্ৰধান শিক্ষক হৈ থাকোঁতে এওঁ সহকাৰী প্ৰধান শিক্ষক আছিল। গোলাঘাটৰ বৰহাকিম মিঃ ৱাকাৰ চাহাব হাইস্কুল কমিটিৰ সভাপতি আছিল। তেওঁ এজন উদ্ধত প্ৰকৃতিৰ আৰু 'কালা আদ্‌মী' বিদ্বেষী লোক আছিল। এদিন স্কুল কমিটীত কিবা ভিতৰুৱা আখেজৰ বশবৰ্ত্তী হৈ তেওঁ বেজবৰুৱা ডাঙৰীয়াৰ নামৰ পাছত থকা Esqr উপাধিটো ছেক্ৰেটাৰীৰ হতুৱাই কটাই বেজবৰুৱাক অপমান কৰিলে। এই ঘটনাত কোঁহিৰাম দাসৰ মূৰ ভালকৈ গৰম হৈছিল আৰু তাৰ প্ৰতিবাদ কৰিছিল। কিন্তু কমিটীৰ আন কোনো সভ্যই ইয়াৰ বিৰুদ্ধে অলপো প্ৰতিবাদ কৰিবলৈ সাহস নকৰিলে। আন এটি ঘটনাত মিঃ ৱাকাৰ চাহাবৰ ব্যৱহাৰত দাস অতীষ্ঠ হৈ উঠিছিল। ঘটনাটো ঘটিছিল তেওঁৰ স্কুলৰে এজন শিক্ষকক লৈ। এদিন গ্ৰেজুৱেট শিক্ষক এজনে বাহিৰলৈ যোৱাত মিঃ ৱাকাৰ চাহাবে এজ্‌লাচলৈ মতাই নি কিবাকিবি কথা কৈ তেওঁক অপমান কৰে। তেতিয়া তেওঁ স্বনামধন্য আইনজীৱী ঘনশ্যাম বৰুৱা ডাঙৰীয়াক লগত লৈ চীফ. কমিছনাৰ আৰ্ল' চাহাবৰ ওচৰত প্ৰতিবাদ জনায়। দাস আৰু বৰুৱা ডাঙৰীয়াৰ গোচৰ অনুসৰি মিঃ আৰ্ল চাহাবে শিৱসাগৰৰ বৰচাহাবক ঘটনাটো

তদন্ত কৰিবলৈ পঠালে আৰু শিক্ষকজনৰ ওচৰত মিঃ ব্লাকাৰ চাহাবক ক্ষমা খুজিবলৈ বাধ্য কৰিলে। এনেকুৱা আৰু কিছুমান সৰুসুৰা ঘটনাৰে দাসৰ গোলাঘাটৰ জীৱনটো ঘটনাবহুল হৈ পৰিছিল।

গোলাঘাটত ডেৰবছৰমান কাম কৰি এবাৰ তেওঁ ঘৰলৈ আহি আৰু উভতি নগল। প্ৰধান শিক্ষকজনৰ লগত কাম কৰি থাকিবলৈ তেওঁৰ অনিচ্ছা হ'ল। পিছত ১৯১৫ চনত তেওঁ গুৱাহাটীৰ সোণাৰাম হাই স্কুলত কিছুদিন কাম কৰি ১৯১৬ চনত কলেজিয়েট স্কুলত কাম ললে। এয়ে আছিল তেওঁৰ প্ৰথম আৰু শেষ চৰ্কাৰী চাকৰি। ইয়াকো লৈছিল দেশভক্ত তৰুণৰাম ফুকন ডাঙৰীয়াৰ অনুৰোধ মতেহে। ইয়াৰ পিছত ১৯১৭ চনত বৰপেটাত উমেশচন্দ্ৰ দাসৰ মাইনৰ স্কুলত এবছৰমান কাম কৰাৰ পিছত কাৰাকুছিৰ ৰাইজৰ সহযোগত তেওঁ তাত এখন মাইনৰ স্কুল পাতিলে। এই স্কুলখনো বেছি দিন নিটিকিল। তাৰ পিছত তেওঁ বৰপেটালৈ গৈ কিছুদিন গৃহ-শিক্ষকৰ কাম কৰে। এনেকৈ তেওঁ বৰপেটাতো চাৰি-পাঁচ বছৰ কটালে।

ইয়াৰ পিছত ১৯২১ চনৰ অসহযোগ আন্দোলনত কৌঁহিৰাম দাসো গান্ধী-দৰ্শনৰ আদৰ্শ প্ৰচাৰ কৰাত লাগি গ'ল। তেওঁ এই আন্দোলনত বিশেষৰূপে অংশগ্ৰহণ কৰিছিল। সেই সময়ত সমগ্ৰ দেশতে কাঠাকুলা দৰে বহুত জাতীয় স্কুল স্থাপন হ'ল। দাসেও গৈ টিহুৰ জাতীয় স্কুলত সোমাল আৰু ছাত্ৰ শিক্ষক সকলোৰে সৈতে সূতাকটা, যঁতৰ ঘূৰোৱা আৰু গাঁৱেভূঞে সোমাই কংগ্ৰেছৰ প্ৰচাৰ কাৰ্য্যত লাগি গ'ল। এনেতে এদিন পুলিচে ধৰি নি তেওঁক গুৱাহাটীৰ হাজোতত থলে। তেওঁ চৈধ্যদিনমান গুৱাহাটী জেলত আছিল। বজালী অঞ্চলৰ এজন মৌজাদাৰে জুলুম কৰি খাজানা আদায় কৰা বুলি বৰপেটা কংগ্ৰেছ কমিটীলৈ লিখা এখন চিঠি পাই তেওঁক গ্ৰেপ্তাৰ কৰিছিল। চৈধ্যদিনৰ পিছত তেওঁ টিহুলৈ উভতি আহি জানিব পাৰিলে যে তেওঁৰ এটি অতি চেনেহৰ ল'ৰা জহনী ৰোগত ঢুকাইছে আৰু ছোৱালী এজনীয়েও এই ৰোগতে শয্যাগত হৈ পৰি থাকি

তেওঁ অহা বাতিয়েই ভায়েকৰ বাট দাজে। ইয়াৰ পিছত কামৰূপ জিলাৰ বেচাহাৰ বেটিক চাহাবে মৰম কৰি তেওঁক খালাচ দিলে। ইয়াৰ পিছত কোঁহিৰাম দাসে টকা পইচা, খোৱা-বোৱা, খৰি-খেৰ আদিৰ যথেষ্ট অভাৱত পৰে আৰু উপায়ন্তৰ হৈ গাঁও-ভূইঁৰপৰা গোবৰ কঢ়িয়াই আনি তাৰে খৰি তৈয়াৰ কৰি আজৰি সময়ত কপাহ ধূনি সূতা কাটি জীৱিকা নিৰ্বাহ কৰিছিল। কপাহ ধুনা আৰু সূতাকটা কামত তেওঁ পাৰ্গত আছিল।

১৯২৫ চন মানত কোঁহিৰাম দাসৰ ওপৰত অসমীয়া জাতিৰ এটি গুৰু দায়িত্বৰ ভাৰ পৰিল। অসম সাহিত্য সভাই 'চন্দ্ৰকান্ত অভিধান'খন লিখা কাৰ্য্যত তেওঁক যোৰহাটত নিযুক্তি দিয়ে। অভিধান সংকলন কাৰ্য্যত ব্ৰতী হৈ তেওঁ বহুল অধ্যয়ন কৰিবলগা হৈছিল। অজস্ৰ কিতাপ পঢ়াৰ উপৰিও তেওঁ কেবাখনো অভিধান চাবলগা হৈছিল। তেওঁ নিজেই ভাবিছিল অভিধান লিখা বিদ্যা যেন তেওঁৰ নাছিল, তথাপি চন্দ্ৰধৰ বৰুৱা, বেণুধৰ ৰাজখোৱা, কনকলাল বৰুৱা, তৰুণৰাম ফুকন প্ৰভৃতি সেই সময়ৰ বিদ্বান লোকসকলে আৰু সেই সময়ৰ অসম সাহিত্য সভাৰ সাধাৰণ সম্পাদক শৰৎচন্দ্ৰ গোস্বামী প্ৰভৃতিয়ে এই মহৎ কামটো তেওঁৰ দ্বাৰাই সমাধা হব বুলি ভাবিছিল আৰু তেওঁক নিয়োগ কৰিছিল। এই কাৰ্য্যত তেওঁ নীৰৱে নিষ্ঠাৰে লাগি গ'ল। সাহিত্য সভাই তেওঁক মাহিলি ৭৫ টকাকৈ পাৰিশ্ৰমিক দিছিল আৰু বছৰত ৫।১০ টকাকৈ বঢ়ায়ো দিছিল। দাসে অভিধানৰ কামত যোৰহাটত তিনি বছৰ মান কাল থাকে। এই তিনি বছৰত তেওঁ দিনে বাৰ-চৈধ্য ঘণ্টা কাম কৰিবলগা হৈছিল। অভিধান লিখা কিযে উৰাদিহ নোপোৱা কাম তাক তেওঁ 'আত্ম-জীৱন চৰিত'ত এইদৰে উল্লেখ কৰিছে: "যোৰহাটলৈ গৈ অভিধান লিখা কাম আৰম্ভ কৰি তাৰ একো উৰাদিহ নাপাই বৰ বিমোৰত পৰিলো। বিহুক কেবাখনো অভিধান চাই মেলি একৰকম কাম আৰম্ভ কৰিলো। নতুন শব্দৰ ব্যুৎপত্তি উলিয়াবলৈ

যে মোৰ কিমান পৰিশ্ৰম কৰিবলগা হৈছিল তাক আনে সহজে বুজুৱি। কামৰূপী 'তামাকাঁহা'ৰ দৰে নতুন শব্দৰ ব্যুৎপত্তি উলিয়াবলৈ গৈ তিনি চাৰিখন বেলেগ বেলেগ ভাষাৰ অভিধান চোৱাৰ বাহিৰেও দহ-বাৰ ঘণ্টা ভাবিব লগাত পৰিছিল।"

এনেকুৱা হাড়ভঙা পৰিশ্ৰম কৰি দাসে চন্দ্ৰকান্ত অভিধান যুগুত কৰা কাম প্ৰায় শেষ কৰিলে। কিন্তু শেষৰ তিনি-চাৰিটামান আখৰ লিখাৰ আগতে কৰ্তৃপক্ষই তেওঁক বিদায় দিলে। ইয়াৰ পিছত ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াই অভিধানখন নিজে সংশোধন কৰি তাক ছপাকৈ উলিয়ায়। এই প্ৰসঙ্গত দাসে আকৌ লিখিছে: "অভিধানত মই যিমান বহলকৈ শব্দৰ ব্যুৎপত্তি আৰু নানা কিতাপৰ পৰা উদ্ধৃত পদ দিছিলোঁ তাক ৰখা নহ'ল। অভিধানৰ পাতনিত মোৰ, মোৰ সহকৰ্মী আৰু সভাৰ সম্পাদক শৰৎচন্দ্ৰ গোস্বামী ডাঙৰীয়াৰ কোনো উল্লেখ হোৱা নাই। অভিধানৰ দ্বিতীয় তাঙৰণত এই ত্ৰুটী গুচোৱা হ'ব বুলি এধা দিয়া হৈছে। সম্প্ৰদায় বিশেষে বা মানুহ বিশেষে অভিধানত লিখা কোনো কোনো কথা লৈ কিছু আপত্তি কৰিছে। ইয়াৰ নিমিত্তে যে মই জগৰীয়া নহওঁ সেইটো মই হাতেলিখা অভিধানৰ বহীবোৰ চালেই প্ৰমাণিত হ'ব। এইদৰে অভিধান লিখা পৰ্বটো শেষ হ'ল।"

কোঁহিৰাম দাসে তেওঁৰ আত্মজীৱনীত চন্দ্ৰকান্ত অভিধানৰ শেষৰ তিনি চাৰিটাআখৰ লিখাৰ আগতে কৰ্তৃপক্ষই বিদায় দিয়া বুলি উল্লেখ কৰিলেও এবাৰ তেওঁ আমাক কোৱা মতে 'শেষৰ ছটামান' আখৰহে লিখা নহ'ল। শৰৎচন্দ্ৰ গোস্বামীদেৱৰ টোকা মতেও এইটোহে প্ৰমাণিত হয়। তেওঁৰ টোকাত (১৮৭৪ শকৰ 'অসম সাহিত্য সভা পত্ৰিকা', নতুন প্ৰকাশ, ১ম সংখ্যাত ওলোৱা) উল্লেখ আছে যে "১৯২৬ চনত কোঁহিৰাম বাবুৱে 'ম' পৰ্য্যন্ত অভিধান লিখি উলিয়ায়। তেতিয়া মই Special Duty ত ছিলঙত। চন ১৯২৭-২৮ ইং। (এনেতে কোঁহিৰাম দাসদেৱৰ যোৰহাটৰ পৰা যায়)।

তেতিয়া শ্ৰীযুত দেবানন্দ ভৰালীয়ে 'হ' আখৰটো লিখে।" ইয়াৰ দ্বাৰা বুজা যায় যে দাসে ১৯২৬ চনত 'ম' লৈকে লিখি ১৯২৭-২৮ চনলৈ 'হ'ৰ আগৰ আখৰলৈকে লিখা কথাও সঁচা। তেওঁ অভিধান লিখা কামত ১৯২৫ চন মানৰ পৰা ১৯২৭-২৮ চনলৈ তিনি চাৰি বছৰমান থাকে।

স্বাধীনচিন্তীয়া অন্তৰৰ নির্মলতা আৰু সেইবাবে হোৱা মনৰ দুৰন্ত সাহসৰ বাবে কিছুমান মানুহৰ সাংসাৰিক অথবা সামাজিক জীবনটো বৰ কষ্টকৰ হয়। দাস ঠিক এনে স্বভাৱ-চৰিত্ৰৰ মানুহ আছিল। সেইবাবে তেওঁৰ জীৱনত বহু বিপর্য্যয় হৈছিল। ১৯৪৭ চনত তেওঁ গোৱালপাৰাৰপৰা নিজ গাঁও সৰ্থেবাৰীলৈ আহে। সৰ্থেবাৰীত থকা কালত তেওঁ কিছুমান বয়সস্থ মানুহৰ লগত ভাগৱত আৰু ৰামায়ণ আদি ধর্মগ্রন্থবোৰ চর্চা কৰিবলৈ ধৰে। ইতিমধ্যে তেওঁ সৰ্থেবাৰীৰ ওচৰতে থকা সৰুক্ষেত্রী হাইস্কুলতো দুমাহমান শিক্ষকতা কৰে। ইয়াৰ পিছত তেওঁ ১৯৫৩ চন মানত বৰপেটা সত্ৰলৈ গৈ তাত ভকত আতৈ আৰু অধিকাৰ সকলৰ ধৰ্মজীৱন যাপন কৰি ধৰ্মচৰ্চা কৰি প্ৰায় চাৰিবছৰ মান থাকি ১৯৫৭ চন মানৰপৰা মৃত্যু পর্যন্ত সৰ্থেবাৰীতে থাকে।

সামাজিক কর্ম আৰু শিক্ষাৰ ক্ষেত্ৰত দাসৰ বৰঙণি অসমৰ বিভিন্ন ঠাইত আছে। যোৰহাটৰপৰা গোৱালপাৰালৈ অসমৰ বিভিন্ন ঠাইৰ সমাজে তেওঁৰ অৰিহণাৰ ভাগ পাইছিল। তেওঁৰ জীৱনৰ আটাইতকৈ উল্লেখযোগ্য আৰু গৌৰৱৰ সামাজিক কাম হৈছে অসম সমবায় কাঁহ শিল্পৰ দোকানখন। ব্যক্তিগতভাৱে ঘৰে ঘৰে চলি থকা কাঁহ শিল্পটোক এটা মর্য্যাদাপূর্ণ জাতীয় সমবায় শিল্পগোটলৈ ৰূপান্তৰিত কৰিবলৈ কৌঁহিৰাম দাসে আপ্ৰাণ চেষ্টা চলাই কৃতকাৰ্য্য হব পাৰিছিল। এই সম্পৰ্কে তেওঁ প্ৰথমে গুৱাহাটীতেই কহঁাৰ সকলৰ এই আন্দোলনটো আৰম্ভ কৰিছিল ১৯৩৪ চনত। ইয়াৰ পিছত এই আন্দোলন নিজ গাঁও সৰ্থেবাৰীতো চলায়। তেওঁ সৰ্থেবৰীয়া পৰিশ্ৰমী কহঁাৰ সকলক বিদেশী মহাজন বিলাক 'গোদী চট্‌কা' বা প্ৰণামীৰ নিচিনা লজ্জাজনক

দুৰ্ব্যবহাৰৰপৰা মুক্ত কৰিছিল। এই উদ্দেশ্যে ১৯৩৯ চনত গাঁওঁৰ সংঘৰ দোকানখন এখন সমবায় সমিতি হিচাপে ৰেজিষ্টাৰী কৰা হয়। উল্লেখযোগ্য এই যে তেতিয়া ভাৰতবৰ্ষত এখন সমাজ বা এখন ডাঙৰ গাঁৱৰ সকলো নাগৰিককে কেন্দ্ৰ কৰি হোৱা সমবায় অনুষ্ঠান সৰ্থেবাৰী কহঁাৰ সংঘৰ বাহিৰে নাছিল। কিন্তু বৰ দুখৰ কথা, দেশৰ স্বাধীনতাৰ পৰবৰ্ত্তী কালছোৱাত এইখন সমাজ, এইখন গাঁও, এইখন সমবায় অনুষ্ঠান আৰু ইয়াৰ কহঁাৰ শিল্পীসকলে অসম তথা কেন্দ্ৰীয় চৰ্কাৰৰ পৰাও আগবাঢ়ি যোৱাৰ সহায়-সমল বিশেষ একো পোৱা নাই। কাঁহ-শিল্প যে অসমৰ এটা আপুৰুগীয়া গৌৰৱৰ জাতীয় শিল্প, অসমীয়া মানুহে ইয়াৰ বিষয়ে ভবা উচিত। 'অসম সমবায় কহঁাৰ সংঘ' আছিল দাসৰ সামাজিক জীৱনৰ প্ৰাণ স্বৰূপ। এই অনুষ্ঠানটো সম্পৰ্কে তেওঁ উল্লেখ কৰি গৈছে এইদৰে: "জীৱনত যদি কিবা অলপ নিস্বাৰ্থী কাম কৰিছোঁ, তেন্তে সেইটো কহঁাৰ সংঘ সম্পৰ্কে কৰা হৈছে। ইয়াত বাজে সমস্ত জীৱনটো নিজ স্বাৰ্থ লৈ ঘূৰি আৰু খাটি ফুৰিছোঁ।" সৰ্থেবাৰীৰ সামাজিক জীৱনটোৰ পৰিপূৰ্ণতাত 'অসম সমবায় কহঁাৰ সংঘ' আৰু কৌঁহিৰাম দাসৰ অৱদান কোনেও অস্বীকাৰ কৰিব নোৱাৰে।

অসমীয়া ভাষা-সাহিত্যৰ বেদীত যি সকলে দুই-এপাহ গন্ধ-পুষ্প অৰ্পণ কৰি ভাষা-জননীক সেৱা জনাই গৈছে, সেই সকলৰ ভিতৰত কৌঁহিৰাম দাসো আছিল অন্যতম। চন্দ্ৰকান্ত অভিধান সংকলন কৰাৰ উপৰিও তেওঁৰ তাহানিৰ অগ্নিকবি অম্বিকাগিৰি ৰায়চৌধুৰী সম্পাদিত 'চেতনা'ত ভালেমান জ্ঞান-গভীৰ মৌলিক দাৰ্শনিক প্ৰবন্ধ প্ৰকাশ পাইছিল। জয়ন্তী, বৰদৈচিলা, পখিলা, জনশিক্ষা আৰু তেওঁ শিক্ষকতা কৰা স্কুলবিলাকৰ মুখপত্ৰ আলোচনী সমূহতো তেওঁৰ চিন্তামূলক প্ৰবন্ধবোৰ প্ৰকাশ পাইছিল। আমেৰিকাৰ প্ৰসিদ্ধ লিখক ৱাছিংটন আৰ্ভিং চাহাবে লিখা হজৰত মহম্মদৰ জীৱনী অনুসৰণ কৰি হজৰত মহম্মদৰ জীৱন-চৰিতখন অসহযোগ আন্দোলনৰ মাজতে হিন্দু-মুছলমানৰ মাজত একতাৰ ভাব জগাবলৈ লিখি উলিয়াইছিল। হাইস্কুলৰ সপ্তম

আৰু অষ্টমমান শ্ৰেণীৰ উপযোগীকৈ তেওঁ দুখন সাহিত্য-পুথি ৰচনা কৰিছিল; কিন্তু কোনোখন কিতাপকে ছপাব নোৱাৰাত কৰ কিতাপ কেনি গ'ল তাৰ হিচাপ নোহোৱা হল। জালাহ হাইস্কুলত থকা সময়ত সৰ্থেবাৰীৰ কেইজনমান অনুৰাগী ছাত্ৰৰ খেচখেচনিত ১৯৪৮ চনৰ ২১ আগষ্টৰ দিনা তেওঁৰ 'আত্মজীৱন চৰিত'খন লিখি উলিয়ায়। ইয়াৰ পিছত মৃত্যুৰ আগতে সৰ্থেবাৰীত থকা অৱস্থাত নানা ঘাত-প্ৰতিঘাত আৰু প্ৰতিকূল অৱস্থাত বৃদ্ধ জীৱন যাপন কৰিও তেওঁ অসমৰ পৰা আৰম্ভ কৰি পৃথিবীৰ ২৬ জনমান প্ৰধান প্ৰধান মহাপুৰুষৰ জীৱনী সম্বলিত 'ভাৰতৰ ধৰ্মগুৰুসকল' নামৰ বৃহৎ গ্ৰন্থখন প্ৰণয়ন কৰি এৰি-যায়। এই দুয়োখন পুথি এতিয়াও হাতেলিখা অৱস্থাতে আছে।

সৰ্থেবাৰীৰ প্ৰাণস্বৰূপ কোঁহিৰাম দাস এগৰাকী উদাৰ দৃষ্টিভঙ্গীৰ যুক্তিনিষ্ঠ লোক আছিল। তেওঁ অন্যায় আৰু অধৰ্মৰ বিৰুদ্ধে নিস্বাৰ্থভাৱে থিয় দিব পাৰিছিল আৰু তাক দৃঢ়তাৰে প্ৰকাশ কৰিব পাৰিছিল। তেওঁক কোনো সামাজিক, ৰাজনৈতিক, ধাৰ্মিক নাইবা জাতিগত সাম্প্ৰদায়িকতাৰ চিন্তাই বিচলিত কৰিব নোৱাৰিছিল।

তেওঁ ১৯৫৯ চনৰ ৫ মাৰ্চ বৃহস্পতিবাৰে প্ৰায় ৭৮ বছৰ বয়সত শান্তিধামলৈ যাত্ৰা কৰে।

# 'সাধনা'ৰ সম্পাদক মহম্মদ ছালেহ

## শ্ৰীৰমেশচন্দ্ৰ কলিতা

"মাতৃভাষাৰে যি সাহিত্য ৰচিত হয় আৰু সেই সাহিত্যৰে উচ্চতম জ্ঞানবিজ্ঞানৰ কথা যিমান সহজে সুকলমে সোনকালে আৰু স্বাভাৱিক-ভাৱে শিকিব পাৰি তেনেকৈ আন ভাষাৰে সাহিত্যৰে কোনোকালে কেতিয়াও নোৱাৰি। এই স্বাভাৱিক বাটেদি সকলো অসমীয়াই জ্ঞানৰাজ্যৰ ভিতৰত প্ৰৱেশ কৰক, এয়ে আমাৰ কামনা।" এই কামনাকে বুকুত বান্ধি বিশেষকৈ মুছলমান সমাজৰ মাজত অসমীয়া ভাষাসাহিত্যৰ উন্নতি আৰু বিকাশৰ অৰ্থে নেতৃত্ব দি সাহিত্য সেৱাত নামি পৰা লোক জন হ'ল অসমীয়া ভাষাৰ একনিষ্ঠ সেৱক মহম্মদ ছালেহ। মহম্মদ ছালেহৰ জন্ম হৈছিল ইং ১৮৯৭ চনত গুৱাহাটীৰ লাখটকীয়াত। সেই বছৰতে অসমত বৰভুইকঁপ হৈছিল। মহম্মদ ছালেহে লিখি যোৱা টোকাৰপৰা জনা যায় যে ভুইকঁপ হোৱাৰ পিছৰ মাহতে তেওঁৰ জন্ম হয়। তেওঁৰ পিতৃৰ নাম জুমুৰ্ৰজ ছুছেইন আৰু মাতৃৰ নাম আছিল ছৈয়দা মেহেৰ ছাবীন। ছালেহৰ পূৰ্বপুৰুষ কেতিয়াৰপৰা গুৱাহাটীত স্থায়ী বাসস্থান কৰে সেই কথা সঠিকভাৱে জনা নগলেও পৰিয়ালটো গুৱাহাটীৰ এটি পুৰণি সম্ভ্ৰান্ত পৰিয়াল। মহম্মদ ছালেহৰ আজোককা মহম্মদ ছুফী গুৱাহাটী মহকুমাৰ সদৰ কাজী আছিল। তেওঁৰ পিতৃ জুমৰ্ৰজ ছুছেইনে বৃটিছ আমোলৰ এজন চৰকাৰী বিষয়া হিচাপে কাৰ্য্যনিৰ্বাহ কৰিছিল। তেওঁ আছিল পুলিচ ছাব-ইন্সপেক্টৰ।

অভাৱ নোহোৱাকৈ চলিব পৰা পৰিয়াল এটিত জন্মগ্ৰহণ কৰিলেও মহম্মদ ছালেহে ল'ৰা কালতেই আৰ্থিক অভাৱ-অনাটনৰ লগত যুঁজ দিবলগাত পৰে। কাৰণ তেওঁ পাঁচবছৰ বয়সতেই পিতৃহীন হয়। পিতৃক হেৰুৱা সময়ত তেওঁৰ তলৰ দুই ভাই তেনেই চালুকীয়া। গতিকে

মহম্মদ ছালেহে ল'ৰা কালতেই মাতৃৰ আশ্ৰয় হিচাপে বোজা বহন কৰিবলৈ বাধ্য হৈ পৰে। অভাৱৰ চাৰি খুটিৰ মাজত আবদ্ধ হৈ পৰিলেও তেওঁৰ শিক্ষালাভৰ হেপাহক অভাৱে বাধা দিব নোৱাৰিলে। কোনো কাম সম্পাদনৰ বাবে আকাঙ্ক্ষা আৰু তাৰ প্ৰতি অধ্যৱসায় থাকিলে মানুহে বাধাৰ প্ৰাচীৰ ভাঙিও লক্ষ্যত উপনীত হব পাৰে। এই কথা ছালেহৰ বাল্য জীৱনতে প্ৰতিফলিত হ'ল। মাতৃ ছৈয়দা মেহেৰ ছাবীনে দিনে-ৰাতি চিলাইৰ কাম কৰি পৰিয়ালৰ বোজা ললে আৰু মহম্মদ ছালেহে ওচৰচুবুৰীয়াৰ ঘৰুৱা শিক্ষক হিচাপে কাম কৰি মাহে পাঁচমহা ডেৰটকা উপাৰ্জনেৰে শিক্ষাৰ খৰচ উলিয়ালে। তেওঁ গুৱাহাটীৰ সোণাৰাম হাইস্কুলত শিক্ষা গ্ৰহণ কৰে আৰু নানা অভাৱ-অনাটনৰ মাজেৰেই ইং ১৯১৭ চনত দ্বিতীয় বিভাগত প্ৰৱেশিকা মহলাত উত্তীৰ্ণ হয়। ঘৰুৱা নানা বাধা অতিক্ৰম কৰি কলেজীয়া শিক্ষাৰ বাবে তেওঁ কটন কলেজত ভৰ্তি হয় আৰু কটন কলেজৰপৰাই ইং ১৯১৯ চনত আই-এ আৰু ইং ১৯২১ চনত বি-এ মহলাৰো শিক্ষা সমাপ্ত কৰে। বি.এ পৰীক্ষা সমাপ্ত কৰিয়েই তেওঁ কটন কলেজিয়েট স্কুলত এজন শিক্ষক হিচাপে সেৱা আগবঢাবলৈ লয়। ইং ১৯২৯ চনত তেওঁ বি-টি পঢিবলৈ ঢাকালৈ যায। ইং ১৯৩০ চনত তেওঁ বি-টি ডিগ্ৰী লাভ কৰে।

মহম্মদ ছালেহে কেৱল শিক্ষকতাই কৰা নাছিল। অসমীয়া ভাষা-সাহিত্যৰ উন্নতিৰ অৰ্থে কাম কৰিবলৈ তেওঁৰ অন্তৰত এটি অদম্য স্পৃহা প্ৰতি মুহূৰ্ততে জাগ্ৰত হৈ আছিল। সেয়ে তেওঁ অসমীয়া ভাষা-সাহিত্যৰ সেৱাত একাণপতীয়াকৈ লাগি গৈছিল। আৰু তেওঁৰ লিখনীৰে আৰু আন উপায়েৰে সমূহ অসমীয়াকে অসমীয়া ভাষাৰ উন্নতিকল্পে নিজক বিলাবলৈ আবেদন জনাইছিল। তেওঁৰ দ্বাৰা সম্পাদিত 'সাধনা' নামৰ তিনিমহীয়া আলোচনীৰ পাতত এই মৰ্মে হোৱা আবেগ আজিও মূৰ্ত হৈ আছে: "এইটো অতি লাজৰ আৰু দুখৰ কথা যে অসমীয়া মুছলমানৰ মাতৃভাষা তথা অসমীয়া সাহিত্যত তেওঁলোকৰ দান আজিলৈকে একেবাৰে নগণ্য। অসমীয়া মুছলমান

সমাজত শিক্ষিত মানুহ নাই যে এনে নহয়, তথাপি অসমীয়া সাহিত্যত তেওঁলোকৰ দান এনে নগণ্য হোৱাৰ কাৰণ কি?" মহম্মদ ছালেহে মুছলমান সমাজৰপৰা এচাম অসমীয়া ভাষা-সাহিত্যৰ লিখক উলিয়াবলৈ ১৮৪৫ শকতে গুৰিবঠা লৈছিল। এই উদ্দেশ্যৰে তেওঁ 'সাধনা'ৰ সম্পাদনাৰ দায়িত্ব বহন কৰিছিল। এই কথা স্পষ্ট কৰি আলোচনীৰ প্ৰথম সংখ্যাৰ সম্পাদকীয়তে লিখি গৈছে: "আমাৰ কাকতৰ উদ্দেশ্য হৈছে কিছুমান মুছলমান লিখকৰ সৃষ্টি কৰাই অসমীয়া সাহিত্যৰ এটি অসম্পূৰ্ণ অঙ্গৰ পুষ্টিসাধন কৰা।" সাধনা আলোচনীখন আছিল অসম মুছলমান ছাত্ৰ সম্মিলনৰ মুখপত্ৰ। ইং ১৯১৯ চনতে এই মুখপত্ৰখন উলিয়াবলৈ লোৱা হৈছিল যদিও কৃতকাৰ্য্য হব পৰা নাছিল। পিছত ইং ১৯২২ চনত ছালেহে এই দায়িত্ব বহন কৰে আৰু অশেষ কষ্ট কৰি ইং ১৯২৩ চনত কাকতখন ৰাইজৰ হাতত দিয়ে। অৱশ্যে আলোচনীখনত হিন্দু-মুছলমান উভয় লিখকৰে স্থান আছিল। এইখিনিতে উল্লেখ কৰিব পাৰি যে 'সাধনা' মুখ্যতঃ মুছলমান সমাজৰ আলোচনী হলেও ই এখনি উচ্চস্তৰৰ অসাম্প্ৰদায়িক অসমীয়া আলোচনী আছিল আৰু একে সময়তে ওলোৱা অসমীয়া ছাত্ৰ সম্মিলনৰ মুখপত্ৰ 'মিলন'ৰ লগত একে বাটেৰে বাট বুলিছিল।

ইংৰাজী ভাষাতো তেওঁ প্ৰবন্ধপাতি লিখিছিল। ইং ১৯৪১ চনত হায়দৰাবাদৃত বহা "অল ইণ্ডিয়া ওৰিয়েণ্টেল কন্‌ফাৰেন্সত" অসমৰ হৈ প্ৰতিনিধিত্ব পোৱা পণ্ডিত কেইগৰাকীৰ ভিতৰত মহম্মদ ছালেহো অন্যতম আছিল। তেওঁ তাত "Contribution of Muslims towards Assamese literature" নামৰ প্ৰবন্ধ পাঠ কৰিছিল। উৰ্দু আৰু ফাৰ্ছী ভাষাতো তেওঁৰ পাণ্ডিত্য আছিল।

মহম্মদ ছালেহ যে গধুৰ প্ৰবন্ধ বা কবিতা আদি লিখি গহীন হৈয়ে আছিল তেনে নহয়। তেওঁ ৰস ঢালি মানুহক হঁহুৱাবলৈও বিচাৰিছিল। তেওঁৰ একমাত্ৰ প্ৰকাশিত হাস্যৰসিক গ্ৰন্থ "হাহিৰ থুনপাক"য়েই তাৰ সাক্ষী। হাঁহিৰ থুনপাক চুটি ধেমেলীয়া উপকথাৰ সমষ্টি।

এই পুথিখন মোছলেহুদ্দিন আহমেদ ৰচিত "মজাৰ কথা"ৰ একে পৰ্য্যায়ৰ। সাধনাতো ইয়াৰ কেইটামান প্ৰকাশ হৈছিল। এইবোৰ পঢ়িলে বা শুনিলে স্বাভাৱিক হাঁহি এটি পাঠক বা শ্ৰোতাৰ মুখত বিৰিঙি উঠে। উদাহৰণ স্বৰূপে তলত তাৰে এটি দাঙি ধৰা হ'ল।

## শহুৰেকৰ বিয়া

জোৱায়েকে শহুৰেকৰ ঘৰলৈ যাবৰ সময়ত মাকে কলে, 'বোপাই তালৈ গৈ মনে মনে বহি নাথাকিবি। শহুৰেকৰ লগত কথাবতৰা পাতিবি। চাবি মানুহে যেন মুৰ্খ বুলি নকয়।' জোৱায়েকে শহুৰেকৰ ঘৰলৈ গৈ নমস্কাৰ জনাই সুধিলে, 'আপ! আপোনাৰ বিয়া হৈছে নে?" শহুৰেকে মাত লগালে, 'মোৰ বিয়া নোহোৱাকৈ জোৱাই হলা কেনেকৈ?' ইয়াকে শুনি বুদ্ধিমান জোৱাযেকে কলে, 'সেইটো আচু নাজানো নে? তথাপি কথাবতৰা অলপ পাতিব লাগে নহয়।'

মহম্মদ ছালেহে কবিতাও লিখিছিল। কিন্তু তেওঁৰ কোনো কবিতাৰ পুথি প্ৰকাশিত হোৱা নাছিল। সাধনা আৰু সেই সময়ৰ বাঁহী, মিলন, চেতনা আদি আলোচনীৰ পাতত তেওঁৰ কবিতা প্ৰকাশ পাইছিল। তেওঁ তাত ছেখ চাদিৰ গুলিস্তানৰ পৰা কিছুমান কবিতা আৰু ৰুবায়াৎ তৰ্জমা কৰি প্ৰকাশ কৰিছিল। তেওঁ আছিল এজন ধাৰ্মিক লোক। মানবসেৱাই প্ৰকৃত ধৰ্ম বুলি তেওঁ ভাবিছিল। তেওঁৰ কবিতাত এই ভাবৰ স্পষ্ট নিদৰ্শন এৰি গৈছে:

"তোমাৰ কাজলৈ ধাউতি বঢ়াই
বিচৰা একণি করুণা দান,
ধন জন মই নোখোজো একোকে
নেলাগে অকণো যশ বা মান।"*

---

* প্ৰথম সংখ্যা সাধনাত প্ৰকাশিত 'দান' কবিতাৰ অংশ।

মানুহক সেৱা কৰাই মানুহৰ ধৰ্ম। ইয়াৰ দ্বাৰাইহে ভগবানৰো কাৰ্য্য কৰা হয় বুলি তেওঁ মনে প্ৰাণে ভাবিছিল। সেয়ে দেশ ধৰ্ম আৰু সমাজৰ সেৱা কৰিবলৈ ভগবানৰ অনুগ্ৰহ তেওঁ নিজেও বিচাৰিছিল আৰু আনৰ বাবেও বিচাৰিছিল। সাধনা প্ৰকাশৰ বাবে অসম মুছলমান ছাত্ৰ সন্মিলনৰ সভাপতি মৌলবী মহম্মদ তফজ্জুল হুছেইন হাজৰিকাই দুশ টকা দান কৰিছিল, তাৰে শলাগণি স্বৰূপে সম্পাদকীয়ত ভগবানৰ আশীৰ্বাদ বিচাৰি লিখিছে, "খোদাতাল্লাৰ ওচৰত এই মোনাজাত যেন তেখেতক দীৰ্ঘজীৱী কৰি দেশ ধৰ্ম আৰু সমাজসেৱা কৰিবলৈ অমিত শক্তি দান কৰে।" ৰাজেদ আলি, বি-এল (প্ৰাক্তন এম-পি) ছালেহৰ অন্তৰঙ্গ বন্ধু আছিল। দুয়োজনৰ সদায় এৰা এৰি নহৈছিল। ৰাজেদ আলি চাহাবেও সাধনাত প্ৰবন্ধ পাতিৰ যোগান ধৰি আৰু দিহা-পৰামৰ্শ দি সাধনা সম্পাদনাত বন্ধু ছালেহৰ লগত সহযোগ কৰিছিল। সাধনাত প্ৰকাশিত 'ফাৰ্ছী সাহিত্যৰ সৌন্দৰ্য্য' নামৰ প্ৰবন্ধটো মূল্যবান।

মহম্মদ ছালেহে পৰাধীনতাৰ বিৰুদ্ধে জনতাক জগাবলৈ বুলি 'খাদেম' নামৰ কাকত এখনৰো তলে তলে নেতৃত্ব দিছিল। ইয়াৰ বাবে গুৱাহাটীতে প্ৰেছ এটা স্থাপন কৰাই মুৰুদ্দিন আহমেদ চাহাবক সম্পাদক হিচাপে লৈ কাম আৰম্ভ কৰিছিল। কিন্তু বৃটিছ চৰকাৰে এই কথাৰ সন্দেহ পাই মহম্মদ ছালেহক ধুবুৰীলৈ বদলি কৰে। চৰকাৰী নিৰ্দেশ মতে তেওঁ ধুবুৰীলৈ যায়। ফলস্বৰূপে কাকতখনৰ মৃত্যু ঘটে। অৱশেষত তেওঁ পুনৰ গুৱাহাটীলৈ বদলি হৈ আহে। তেওঁ আৰু দীৰ্ঘ জীৱন নাপালে। ইং ১৯৪৭ চনৰ জুলাই মাহৰ ২৮ তাৰিখে ৪৯ বছৰ ৬ মাহ বয়সত নিজ গৃহত হৃদৰোগত আক্ৰান্ত হৈ তেওঁ পৰলোকগামী হয়।

# পণ্ডিত নাৰায়ণ দেৱমিশ্ৰ

**ডঃ শ্ৰীহৰিনাথ শৰ্মা দলৈ**

সুন্দৰ দেহ-সন্ধি-সংযুক্ত, নাতিদীৰ্ঘ, স্থূলকায় আৰু মিঠা বৰণৰ মানুহজন। মূৰৰ বহু ওপৰৰ পৰা চুলি নথকা বহল আৰু ওপৰ উঠা কপালখন, দুই চকুত তীক্ষ্ণধীৰ চিকিমিকি, অলপ সোতোৰা পৰা গাল দুখনত বাৰ্দ্ধক্যৰ স্পষ্ট ৰেখা, মুখত মধুৰতা, সময় বিশেষে তাৰুণ্যৰ হাঁহি আৰু খোজত গম্ভীৰতা। বয়সত চাৰিকুৰিৰ ডেওনাখন পাৰ হৈও কেইখোজমান গৈছে, অথচ কৰ্মপ্ৰেৰণাত ২৫।৩০ বছৰীয়া ডেকাৰ উদ্যম, মনত নতুন নতুন পৰিকল্পনাৰ লুকাভাকু। সাজপাৰৰ পাৰিপাট্য বিশেষ নাই—কঁকালত চুৰিয়া, গাত পাঞ্জাবী, তাৰ ওপৰত চেলেংখন আৰু হাতত লাখুটিডাল। এইজনেই এগৰাকী পণ্ডিত-বৰেণ্য শিৰফুৰ্টা ব্যক্তি—নাম নাৰাযণ দেৱ মিশ্ৰ। পাশ্চাত্য শিক্ষাৰ ভু নোপোৱাকৈ, আনকি প্ৰাইমাৰী স্কুলতো কোনোদিনে ভৰি নিদিযাকৈ অকল সংস্কৃত বিদ্যালয়ৰ যোগেদি, সংস্কৃত ভাষা-সাহিত্যৰ সমুদ্ৰত বুৰ মাৰি আমাৰ দেশৰ যিসকল পণ্ডিতে মণি-মুক্তা বুটলিব পাৰিছে, সেই সকলৰ আগশাৰীত পণ্ডিত মিশ্ৰদেৱৰ স্থান।

১৭৯৯ শকৰ আহিন মাহত কামৰূপ জিলাৰ অন্তৰ্গত বৰপেটাৰ এটা প্ৰাচীন ব্ৰাহ্মণ পৰিয়ালত নাৰায়ণ মিশ্ৰদেৱৰ জন্ম। তেওঁৰ পিতৃদেৱ গোবিন্দ দেৱ মিশ্ৰও সংস্কৃতজ্ঞ পণ্ডিত—বৰপেটা মহাপুৰুষীয়া সত্ৰৰ অধিকাৰ। পুৰুষানুক্ৰমিক শিক্ষাৰ আদৰ্শক অনুকৰণ কৰি যথাসময়ত মিশ্ৰদেৱে শিক্ষা আৰম্ভ কৰে সংস্কৃত পাঠাগাৰত, পাটবাউসী সত্ৰত। পৰিস্থিতিৰ মেৰপাকত পৰি অধিক কাল গুৰু-গৃহত থাকি শিক্ষা-লাভৰ সুবিধা তেওঁ নাপালে। মাত্ৰ পাঁচ বছৰমান কালহে তেওঁ গুৰুৰ সান্নিধ্যত শিক্ষা লভিছিল। 'দ্বাদশভিঃ বৰ্ষৈঃ ব্যাকৰণং শ্ৰূয়তে' বোলা কথাষাৰ চেমনীয়া মিশ্ৰদেৱে গ্ৰহণ কৰিব নোৱাৰিলে।

কিন্তু কম দিনৰ ভিতৰতে তেওঁৰ উৰ্বৰ মানস-ক্ষেত্ৰত গুৰুমুখ-নিঃসৃত যি শিক্ষা-বীজ অংকুৰিত হ'ল, সেয়েই তেওঁৰ নেৰানেপোৰা যত্ন, অধ্যৱসায় আৰু অধ্যয়নৰ সাৰ-পানী পাই যথা সময়ত বহু ডাল-পাতেৰে ভৰা শিক্ষাৰ মহামহীৰুহত পৰিণত হ'ল; ইয়াৰ ঠাল-ঠেঙুলীবোৰত ব্যাকৰণ, কাব্য, দৰ্শন, পুৰাণ আদিৰ জ্ঞানৰাশি সুস্থ-পুষ্ট ফল-ফুলৰূপে জকমকীয়া হ'ল আৰু সেই ফল-ফুলবোৰে দুকুৰি বছৰৰো অধিক কাল ধৰি অসমৰ পণ্ডিতমণ্ডলীৰ ভোক-পিয়াহ দূৰ কৰিলে।

গীতা-ভাগৱত আৰু অসমীয়া বৈষ্ণৱ ধৰ্মৰ মিশ্ৰদেৱ অদ্বিতীয় পণ্ডিত—এই কথা অসমীয়া পণ্ডিত সমাজত নিৰ্বিবাদে স্বীকৃত। আন মানুহে অৱসৰ বিনোদনৰ কাৰণে কবিতা আবৃত্তি কৰা নাইবা সংগীতত সুৰ লগোৱাৰ নিচিনা তেওঁ অৱসৰ বিনোদনৰ কাৰণে সমগ্ৰ গীতা এফালৰপৰা আবৃত্তি কৰিছিল। গীতাৰ অন্তৰ্নিহিত সকলো অৰ্থ তেওঁ যেনেদৰে বুজিছিল আৰু হৃদয়ঙ্গম কৰিছিল, তাতেহে তেওঁৰ বিশেষত্ব স্পষ্ট হয়। ভাগৱতৰ সকলো টীকাকাৰৰ টীকাৰ লগত সম্বন্ধ ৰাখি তেওঁ বিশেষকৈ শ্ৰীধৰ স্বামীৰ টীকা ধুনা-পাতকৈ পঢ়ি আদ্যোপান্ত ভাগৱত শাস্ত্ৰ নিৰ্ভুলভাৱে আয়ত্ত কৰিব পাৰিছিল। অকল ইমানেই নহয়, স্বামীজীৰ টীকাৰ সৈতে ভাগৱতৰ ভালেমান অংশ মিশ্ৰদেৱৰ কণ্ঠস্থ হৈ আছিল। দৰাচলতে কবলৈ গলে গীতা আৰু ভাগৱত শাস্ত্ৰ পণ্ডিত মিশ্ৰদেৱে যেনেদৰে হজম কৰিছিল আৰু তাৰ ভাবাৰ্থ যেনেদৰে হৃদয়ঙ্গম কৰিছিল, ইচ্ছা কৰিলে আৰু সুবিধা পালে সেই দুই শাস্ত্ৰৰ ওপৰত স্বকীয় বৈশিষ্ট্যপূৰ্ণ আলোচনা কৰি সৰ্বভাৰতীয় পণ্ডিতমণ্ডলীৰ শাৰীত জিলিকিব পাৰিলেহেঁতেন। এই কাৰণত আজি বহু বছৰ আগতে নলবাৰী সংস্কৃত সঞ্জীৱনী সভাই 'ভাগৱত-বাগীশ' উপাধিৰে মিশ্ৰদেৱৰ পবিত্ৰ নাম অলংকৃত কৰিছিল। ইয়াৰ উপৰিও অসমীয়া ভাষা-সাহিত্যৰ উন্নতিৰ প্ৰতি তেওঁ সততে সজাগ। তেওঁ যথাৰ্থ-ভাৱেই উপলব্ধি কৰিছিল আৰু অভিভাষণসমূহত

লিখিছিল যে অসমীয়া ভাষা-সাহিত্যৰ উন্নতিৰ কাৰণে সংস্কৃত সাহিত্যৰ জ্ঞানৰ প্ৰয়োজন।

গীতা-ভাগৱতৰ ক্ষেত্ৰত পণ্ডিত-সংহতিত মিশ্ৰদেৱে অনায়াসে সোণৰূপৰ আসন পায়। সেইবুলি আন আন ক্ষেত্ৰত তেওঁ চাৰিকঠত বহিব নালাগে। কাব্য, ব্যাকৰণ, দৰ্শন, ছন্দ-শাস্ত্ৰ, শাস্ত্ৰীয় সংগীত, পুৰণি অসমীয়া সাহিত্য, আনকি আয়ুৰ্বেদ শাস্ত্ৰ আদি যিকোনো বিষয়ৰ বিশেষজ্ঞৰ লগত যথোপযুক্ত আলোচনা কৰি তেওঁ নিজৰ পাৰদৰ্শিতাৰ পৰিচয় দিব পাৰিছিল। শিক্ষাগুৰুৰ মুখে সমগ্ৰ ব্যাকৰণ শাস্ত্ৰ পঢ়িবলৈ তেওঁৰ সুবিধা আৰু সময় হৈছিল নে নাই সেই কথা আমি সঠিককৈ নাজানো, জীৱন কালত সেই বিষয়ে তেওঁক একো সোধাও নহল। কিন্তু সূক্ষ্মাতি সূক্ষ্মাংশও বাদ নিদিয়াকৈ সমস্ত ৰত্নমালা ব্যাকৰণ টীকাৰ সৈতে তেওঁ হজম কৰি থৈছিল। ব্যাকৰণৰ কোনো ডাঙৰ সমস্যা ভাঙিব নোৱাৰি সেই শাস্ত্ৰৰ বিশেষজ্ঞ বুলি স্বীকৃতি পোৱা পণ্ডিতবো যেতিয়া মূৰ গৰম হৈছিল, পণ্ডিত মিশ্ৰদেৱে তেতিয়া পানী খোৱাৰ নিচিনা সেই সমস্যা সমাধান কৰা দৃশ্য আমি বহুত দেখিছোঁ। চৰক-সুশ্ৰুতৰ ব্যাপক জ্ঞানৰ দ্বাৰা ব্যৱসায়ী আয়ুৰ্বেদিক চিকিৎসককো চমৎকৃত কৰিছিল। ছন্দ-জ্ঞানৰ গভীৰতা লাভ কৰাৰ কাৰণে আকৃতি আৰু প্ৰকৃতি যি কোনোতে জটিল যি কোনো সংস্কৃত শ্লোকৰে ছন্দ বিষয়ক ভুলৰ সূক্ষ্মাতিসূক্ষ্ম কণিকাটিও আঙুলিয়াব পাৰিছিল আৰু তাৰ পৰিবৰ্ত্তে মূল শ্লোকৰ ভাব-ভাষা ঠিক ৰাখি উপযুক্ত পাঠ অনায়াসে নিৰ্ণয় কৰি দিছিল। এই ধৰণে শ্লোক শুদ্ধ কৰি কেতিয়াবা হাঁহি হাঁহি তেওঁ কৈছিল—"ভাব ভাষা ছন্দ আদি সকলো ঠিক ৰাখি আনৰ কথা শুদ্ধ কৰিবলৈ যোৱাটো কম কথা নহয় দিয়া। ইয়াত পণ্ডিত ভাঙা যায়।"

গভীৰ পাণ্ডিত্যক মূলধন হিচাপে লৈ পণ্ডিত মিশ্ৰদেৱে যি বেহা বেহাইছিল, সেই বেহাৰ লাভ আমাৰ দেশবাসীয়ে যি পৰিমাণে পাইছিল, তাৰ যথোচিত বিচাৰ সহজ কথা নহয়। সহজ কথা নহয় এই কাৰণেই—

যে আম কিছুমান পণ্ডিত আৰু সাহিত্যিকৰ নিচিনা আদি অৱস্থাৰ পৰা জাপে জাপে কিতাপ লিখি আৰু প্ৰকাশ কৰি মানুহৰ ঘৰ আৰু দোকান তেওঁ জকমকীয়া কৰি থৈ যোৱা নাই। এই কালৰ পৰা চালে কাল-বাহুৰ নিৰ্মম হেঁচাত জনসাধাৰণৰ মানস-পটৰ পৰা এই পণ্ডিত গৰাকীৰ অবিহনা-ছবি মচা যাব বুলিও আশংকা কৰা যায়। কিন্তু মন কৰিব লগীয়া কথা এই—নাৰায়ণ দেৱ মিশ্ৰ আছিল সমাজপ্ৰিয় আৰু ললিতভাষী। পৰাপক্ষত শিক্ষানুষ্ঠান আৰু সভা-সমিতিৰ আহ্বান তেওঁ উপেক্ষা কৰা নাছিল। ডেকা কালৰ পৰা পৰলোক প্ৰাপ্তিৰ কিছুদিন আগলৈকে অসমৰ বিভিন্ন ঠাইৰ বহু শিক্ষানুষ্ঠান, জনসংস্থা আৰু পণ্ডিত সমাজত সভাপতি হিচাপেই হওক, নাইবা সন্মানিত অতিথি হিচাপেই হওক তেওঁ উপস্থিত হৈছিল। সেইবোৰত দিয়া ভাষণ-অভিভাষণৰ বত্নৰাজি পণ্ডিতসকলৰ নাইবা জ্ঞানী লোকৰ মন-সঁফুৰাত বাহিৰে কতো সংপত্তিং নহন। যিমানেই দীঘলীয়া বক্তৃতা নিদিয়ক, একেবাৰে বৃদ্ধ অৱস্থাতো কোনো দিনে তেওঁ বিষয়ান্তৰ হোৱা নাই।

অসমৰ পণ্ডিত সমাজে এবাৰ নহয়, দুবাৰ নহয়, তিনিবাৰ নাৰায়ণ দেৱ মিশ্ৰৰ পাণ্ডিত্যক সন্মান কৰিছিল বিভিন্ন সময়ৰ তিনিটা পণ্ডিত-সমাজৰ সভাপতিৰ আসনত বহুৱাই। সেয়ে হৈছে অসম সংস্কৃত সমিতিৰ দুটা অধিবেশন—মঙলদৈত বহা (১৯৪৮) আৰু লক্ষ্মীপুৰত বহা (১৯৬১) আৰু সংস্কৃত পণ্ডিত-পৰিষদৰ তেজপুৰত বহা ৩য় বাৰ্ষিক অধিবেশন। এই অধিবেশন তিনিখনত পাঠ কৰা তিনিওখন অভিভাষণেই সংস্কৃতত লিখা। এই অভিভাষণ কেইখনেই মিশ্ৰদেৱৰ পাণ্ডিত্য, ব্যাপক শাস্ত্ৰজ্ঞান, শাস্ত্ৰীয় বিষয়ৰ সম্যক উপলব্ধি, ধৰ্মবিশ্বাস, ভাষা-জ্ঞান, ৰচনা শক্তি, সংস্কৃতৰ প্ৰতি স্পৃহা আদিৰ পৰিচয় দি গৈছে। তেজপুৰৰ সংস্কৃত-পণ্ডিত-পৰিষদত পাঠ কৰা মিশ্ৰদেৱৰ অভিভাষণখন শুনি সেই সভাৰ মুখ্য অতিথি বিখ্যাত পণ্ডিত ডঃ সাতকড়ি মুখোপাধ্যায় কৈছিল—বাণভট্টৰ পিছত ভাৰতবৰ্ষত যে এনে সংস্কৃত লিখিব পৰা পণ্ডিত আছে মই সেইটো কল্পনাকে কৰিব পৰা নাছিলোঁ। বহু বছৰ

আগতে কাশীত বহা ভাৰতীয় পণ্ডিতসকলৰ এখন সভালৈ অসমৰ পণ্ডিত মণ্ডলীৰ মাজৰ পৰা অকল মিশ্ৰদেৱেই বিচাৰক হিচাপে নির্বাচিত হৈছিল। কাশী আৰু কলিকতাৰ কিছুমান সংস্কৃত পণ্ডিতৰ লগতো তেওঁৰ আলাপ-আলোচনা হৈছিল। উল্লেখযোগ্য কথা এই যে বাহিৰৰ পণ্ডিতসকলৰ লগত তেওঁ সংস্কৃত আৰু প্ৰয়োজন হলে হিন্দী ভাষাত আলোচনা কৰিছিল।

যি কোনো কাৰণতেই নহওক, বোধকৰো ডেকা কালত মিশ্ৰদেৱৰ লিখিবলৈ ইচ্ছা হোৱা নাছিল। তেতিয়াৰে পৰা সেই ইচ্ছা হোৱা হলে জ্ঞান আৰু অভিজ্ঞতাৰে ভৰা ভালেমান গ্ৰন্থ তেওঁ আমাক দিব পাৰিলে-হেঁতেন। কিন্তু দেখা গৈছে বাৰ্দ্ধক্যৰ হেঁচা আহি পৰাতহে তেওঁৰ এই ইচ্ছা সজাগ হয়। আনৰ লগত অমিল আৰু আচৰিত কথা এই বাৰ্দ্ধক্যৰ হেঁচা যিমানেই বলবৎ হয়, গ্ৰন্থ-প্ৰণয়নৰ প্ৰতি অনুৰাগ সিমানেই তেওঁৰ বাঢে, যদিও হাত আৰু চকুৰ শক্তি বহু পৰিমাণে দুৰ্বল হৈ গৈছিল। মিশ্ৰদেৱে নিজে লিখিবলৈ অপাৰগ। সেয়েহে কাগজ-কলমৰ সৈতে উপযুক্ত লোকক কাষত বহুৱাই তেওঁ শ্ৰুতলিপি দিয়ে। বিভিন্ন শাস্ত্ৰৰ প্ৰয়োজনীয় কথাবিলাক পাগুলি পাগুলি সেই শ্ৰুতলিপিৰ পাঠ উপযুক্ত ভাষাৰে মনতে তৈয়াৰ কৰি লয় আৰু তাক মুখেৰে প্ৰকাশ কৰে। তেতিয়া কলমধাৰী লিখকে তাক লিখে। প্ৰয়োজন হলে তেওঁ বানান, দাৰি, কমা আদিৰ কথাও কৈ যায়। এই ধৰণে সৃষ্টি হ'ল— 'নাম-ঘোষাৰ ব্যাখ্যা', 'শ্ৰীকৃষ্ণ-চৰিত' আৰু 'মহাপুৰুষীয়া ধৰ্মৰ পৰিচয়'।

'নাম-ঘোষাৰ ব্যাখ্যা'ত মহাপুৰুষ মাধৱদেৱ বিৰচিত 'নাম-ঘোষা'ৰ প্ৰতিটো ঘোষাৰে এক বিশেষ ধৰণৰ আলোচনা দিয়া হৈছে। মাধৱদেৱৰ ঘোষাৰ মূল শ্লোকৰ অৰ্থ আগত ৰখাৰ উপৰিও বিভিন্ন সংস্কৃত শাস্ত্ৰৰ প্ৰয়োজনীয় কথাবোৰৰ লগত সম্বন্ধ দেখুৱাই গোটেইখন 'নাম-ঘোষা'ৰ অসমীয়া ব্যাখ্যা কৰা হৈছে। দৰাচলতে এই গ্ৰন্থখন মিশ্ৰদেৱৰ গভীৰ পাণ্ডিত্য, ব্যাপক শাস্ত্ৰজ্ঞান আৰু ধী শক্তিৰ পৰিচায়ক। এই গ্ৰন্থখনে সৰ্বসাধাৰণক 'নাম-ঘোষা'ৰ তাৎপৰ্য্য বুজাত

সহায় কৰিব আৰু পণ্ডিতসকলক আন আন কথা ভাবিবলৈ আৰু বিচাৰ কৰিবলৈ সমল যোগাব। 'শ্ৰীকৃষ্ণ-চৰিত'ত মহাভাৰত, ভাগৱত, গীতা, হৰিবংশ আদি ভালেমান শাস্ত্ৰৰ অবলম্বনত শ্ৰীকৃষ্ণৰ ঐশ্বৰিক স্বৰূপ প্ৰতিপন্ন কৰিবলৈ তেওঁ যত্ন কৰিছে। কিন্তু দুখৰ কথা এই গ্ৰন্থ মিশ্ৰদেৱে সম্পূৰ্ণ কৰি যাব নোৱাৰিলে। এই দুখনৰ আগতে 'মহাপুৰুষীয়া ধৰ্মৰ পৰিচয়' সমাপ্ত কৰিছিল। শাস্ত্ৰৰ লগত সংগতি ৰক্ষা কৰি মহাপুৰুষ শঙ্কৰদেৱ-প্ৰবৰ্তিত বৈষ্ণৱ ধৰ্মৰ বিচাৰ ইয়াত কৰা হৈছে। মিশ্ৰদেৱৰ পৰলোকৰ পিছত ইয়াৰেই এটা সংক্ষিপ্ত সংস্কৰণ ('মহাপুৰুষীয়া ধৰ্মৰ সংক্ষিপ্ত পৰিচয় আৰু একশৰণ' নাম দি) ইতিমধ্যে শ্ৰীমহেন্দ্ৰমোহন চৌধুৰীদেৱে প্ৰকাশ কৰি উলিয়াইছে। সংস্কৃতত নিজে ৰচনা কৰা নাৰায়ণ মিশ্ৰদেৱৰ কিছুমান স্তোত্ৰও আছে।

বিনয় আৰু অভিমান—এই দুটা পৰস্পৰ বিৰোধী গুণে সময় বিশেষে মিশ্ৰদেৱৰ চৰিত্ৰক অলংকৃত কৰিছিল আৰু গভীৰ পাণ্ডিত্যক গভীৰতম কৰি তুলিছিল। নিজে অসীম বিদ্যাৰ গৰাকী হৈয়ো কিবা অভাৱ অনুভৱ কৰি তেওঁ প্ৰায়েই কৈছিল—"মোৰতো বিদ্যা একো নাই তাতে চাৰি বছৰমান পঢ়িছিলো মাত্ৰ। তথাপি দেখোন মানুহে মোক পণ্ডিত বোলে।" কেতিয়াবা আকৌ ভাবাবেগত অভিভূত হৈ কৈ উঠিছিল—"জীৱনটো এনেয়ে গল, একো শিকা নহল।" মহা মহা পণ্ডিত সকলৰ নামত মিশ্ৰদেৱৰ সশ্ৰদ্ধ-ভক্তি আৰু অবনত মস্তক লক্ষ্য কৰা গৈছিল। এইবিলাকে মিশ্ৰদেৱৰ বিনয় আৰু আত্ম-লঘিমা প্ৰকাশ কৰে।

ধৰ্মপ্ৰাণ পণ্ডিত মিশ্ৰদেৱ, আৰাধ্য দেৱতা শ্ৰীকৃষ্ণত তেওঁৰ অতল বিশ্বাস। আন দেৱ-দেৱীৰ প্ৰতি বেয়া ভাব সেইবুলি অন্তৰত নাই। নিজে বহু ক্ষেত্ৰত সংৰক্ষণশীল হৈয়ো উদাৰ দৃষ্টিৰ পৰিচয় তেওঁৰ জীৱনত বহুত আছে।

বহু গুণ আৰু ক্ষমতাৰ অধিকাৰী পণ্ডিত মিশ্ৰদেৱ। আজি তেওঁ আমাৰ মাজত নাই। ১৯৬৩ চনৰ ১৬ জুলাই। কৃষ্ণ পক্ষৰ দশমী তিথি সেই দিনা। হঠাতে কালে তেওঁক সামৰি ললে।

# সাহিত্যিক, শিক্ষাবিদ জ্বলতিৰাম লহকৰ

**শ্ৰীতৰুণচন্দ্ৰ লহকৰ**

উনৈশ শতিকাৰ শেষ ভাগৰ কথা। আজিকালি কামৰূপ জিলাৰ ৰঙিয়া এটা ডাঙৰ ৰেলৰ জংছন। এই ষ্টেছনৰ গাতে লাগি থকা কেইঘৰমান মানুহেৰে সৰু জাৰুৰাকুছি গাঁওখন। আমি যি সময়ৰ কথা কব খুজিছোঁ সেই সময়ত ৰেলৰ চলাচল হোৱা নাছিল আৰু ৰঙিয়া ষ্টেছনো হৈ উঠা নাছিল। এই সৰু গাঁওখনতে 'কথা-জনা' বুঢ়াৰ ঘৰ। কথা-জনা বুঢ়াক সেই সময়ৰতো কথাই নাই আজিও বহুতে জানে। ৯টা গোহালি, ১০ খন হাল আৰু ৭টা ভৰালেৰে দিনেৰাতি মানুহেৰে ভৰপূৰ হৈ থকা কথা-জনা বুঢ়াৰ ঘৰ সদায় উখল-মাখল হৈ আছিল। পঢ়াশলীয়া শিক্ষা নোপোৱা এই বুঢ়াই বোলে নজনা কথা একোকে নাছিল। সেয়ে মানুহে তেওঁক কথা-জনা বুঢ়া বুলি মাতিছিল। লহকৰ বংশৰ বিশিষ্ট পুৰুষ কথা-জনা বুঢ়া বৰ বৰমিয়াল আৰু সন্মানীয় ব্যক্তি আছিল।

১৮৮৯ চনৰ মাৰ্চ মাহত এই ঘৰখনতে কথা-জনা বুঢ়াৰ তৃতীয় পুত্ৰ ৺জ্বলতিৰাম লহকৰৰ জন্ম হয়। জ্বলতিৰামৰ দেউতাকৰ আচল নাম মঙ্গলাৰাম আৰু মাকৰ নাম বৈহাগী আছিল। ধনে-ধানে, টকাই-পইচাই উভৈনদী হৈ থকা ঘৰৰ ল'ৰা জ্বলতিৰামে সৰুতে একো কষ্ট নোপোৱাকৈ ডাঙৰ-দীঘল হৈছিল। নুমলীয়া ল'ৰা বুলি ঘৰখনত বৰ আদৰ যত্নও হয়তো পাইছিল।

বয়স হলত জ্বলতিৰামে তেতিয়াৰ ৰঙিয়া উচ্চ প্ৰাইমাৰী স্কুলত শিক্ষা আৰম্ভ কৰিছিল। ৰঙিয়াৰ এক বিৰাট অঞ্চল জুৰি সেইখনৰ বাহিৰে কোনো স্কুল নাছিল। জনা গৈছে প্ৰায় ১০।১২ মাইল মানৰ ভিতৰতে সেইখনেই একমাত্ৰ পঢ়াশালি আছিল। ঘৰৰ পৰা প্ৰায় ৩ মাইল পঢ়াশালিলৈ খোজকাঢ়ি আহিবলগা হৈছিল। ৰঙিয়া চহৰত

সেই সময়ত মানুহ তেনেই কম। বাটৰ দুয়োকাষ হাবি-জংঘলেৰে ভৰা। শুনা গৈছে দিনতে বাটত বনৰীয়া মহ, গাহৰি, আনকি সময়ে সময়ে বাঘো ওলাইছিল। সেই সময়ৰ উচ্চ প্ৰাইমাৰীৰ শেষ পৰীক্ষা গুৱাহাটীতে হৈছিল। ৰঙিয়াৰপৰা ছাত্ৰসকল গুৱাহাটীলৈ খোজকাঢি আহিব লাগিছিল।

উচ্চ প্ৰাইমাৰী পাছ কৰি জ্ঞানতিৰামে গুৱাহাটীৰ কলেজিয়েট স্কুলতে শিক্ষা লাভ কৰিছিল। গুৱাহটীত পঢ়া সময়ত উজানবজাৰত বহাঁ সাজি তেওঁ পঢ়াশুনা কৰিছিল। ৰঙিয়াৰ ঘৰৰপৰা খোৱা-বোৱা বস্তুৰ যোগান ধৰা হৈছিল। এনেদৰে জ্ঞানতিৰামে ১৯১০ চনত এই স্কুলৰপৰাই মেট্ৰিক পাছ কৰিছিল। কলেজৰ শিক্ষা গুৱাহাটীৰ কটন কলেজত লৈছিল।• তেতিয়াও জ্ঞানতিৰামে বহাঁতে থাকি কলেজৰ শিক্ষা লাভ কৰিছিল। তেওঁৰ সহপাঠীসকলৰ কেইজনমানৰ ভিতৰত ৺সন্তপাল দাস, ৺কালিৰাম ডেকা, ৺নবীনচন্দ্ৰ দাস ( বৰপেটা ) আৰু ৺হাবিৰাম ডেকা অন্যতম আছিল। কি কাৰণত জনা নেযায় জ্ঞানতিৰামে বি-এ পাছ কৰিব পৰা নাছিল। তাৰ পিছত তেওঁ ঢাকাত এল-টি (LT) পঢ়িবলৈ গৈছিল। এল-টি পাছ কৰি আহিযেই কলেজিযেট স্কুলত তেওঁ শিক্ষকতা আৰম্ভ কৰিছিল।

কলেজিয়েট স্কুলত তেওঁ ১৯১৬ চনৰপৰা ১৯৩৯ চনৰ মৃত্যু পৰ্য্যন্ত বৰ সুখ্যাতিৰে কাম কৰিছিল। শিক্ষক হিচাপে জ্ঞানতিৰামৰ বৰ সুনাম হৈছিল। তেওঁ অসমীয়া ভাষা আৰু সংস্কৃত বৰ ভালকৈ পঢ়াব পাৰিছিল। স্কুলত সোমোৱা বছৰটোৰ ভিতৰতে তেওঁৰ বিয়া হৈছিল। উত্তৰ কামৰূপৰ বিখ্যাত কমাৰকুচীযা ৺উত্তমচন্দ্ৰ বৰুৱাৰ প্ৰথমা কন্যা সুদক্ষিণাৰ লগত তেওঁৰ বিযা বৰ ধুমধামেৰে সম্পন্ন কৰা হৈছিল। লহকৰৰ বৈবাহিক জীৱন বৰ সুখৰ আছিল। পত্নী সুদক্ষিণাই বৰ আদৰ্শনীয়া গৃহিণী হিচাপে খ্যাতি লাভ কৰিছিল। গুৱাহাটীত থকা সময়ত লহকৰদেৱে পানবজাৰৰ হৰিসভাৰ ওচৰতে কেৰেয়া ঘৰত কেবাবছৰো আছিল। তাৰ পিছত ১৯৩২ চনত ৰিহাবাৰীত সজা তেওঁৰ নিজ ঘৰলৈ আহিছিল।

অলতিৰামৰ সুখ্যাতি সাহিত্যিক হিচাপেহে জনাজাত আছিল। এতিয়াও অপ্রকাশিত অৱস্থাত পৰি থকা লহকৰৰ বহুতো, কবিতা, গল্প, প্রবন্ধ আদিয়েই তাৰ সাক্ষী দিয়ে। তেওঁৰ কবিতা আৰু বিভিন্ন লিখাবোৰ সেউতী, আসাম বান্ধৱ, আসাম হিতৈষী, চেতনা আদিত প্রকাশ পাইছিল। তেওঁৰ বিভিন্ন ধৰণৰ কবিতাৰ ভিতৰত বসন্তৰ আভাস, উমানন্দ, আদৰ মালতী, ৰঙাপক্ষী, আনন্দৰাম, নতুন বছৰ আদি। "ওৰে বাতি প্রভু মই কটাম তাঁতত" তেওঁৰ এটি বিশিষ্ট কবিতা। অসমীয়া তিৰোতাই কেনেকৈ ৰাতিৰ ভিতৰতে কাপোৰ বৈ গিৰিয়েকক ৰণলৈ পঠিয়াই ধন্য মানিছিল ই তাৰে এটা উৎকৃষ্ট প্রকাশ। গোহাঁইদেউতাই ৰণলৈ যাবলৈ ওলাই ঘৈণীয়েকক কৈছে—

"শুনা প্রাণপ্রিয়া! যাওঁ ৰণলই
মৃত্যুৰ আদেশ আৰু ৰজাৰো আদেশ,—
প্রাণৰো আশঙ্কা মোৰ জানিবা বিশেষ।
দিয়া বই ন কাপোৰ একে ৰাতিতেই
সাদৰে বিদায় দিয়া যাওঁ ৰণলই ॥"

ঘৈণীয়েকে প্রতিজ্ঞা কৰি কৈছে—

"যোৱা ৰঙে ৰণলই যোৱা গুণমণি!
এইটো বহিছে চকা পশ্চিম পাটত
ওৰে ৰাতি প্রভু মই কটাম তাঁতত।"

ওৰে ৰাতি তাঁতত বহি পুৰাতে ন কাপোৰ বৈ অসমীয়া তিৰোতাই গিৰিয়েকক ৰণবস্ত্র দি কৈছে—

"লোৱা নাথ! ৰণবস্ত্র, যোৱা ৰণলই—
বিপক্ষ বিনাশি নাথ! শীঘ্রে আহা গই।
হওক গৌৰৱোজ্জল অসম জননী,
ৰক ৰণজয় বস্ত্র অসম বোৱনী।
অসমৰ এড়ী-মুগা-পাটৰ বসন
অসম নাৰীৰ তাঁত ভুবন-ভূষণ।"

লহকৰৰ কবিতা প্ৰাইমাৰী স্কুলত পাঠ্য হিচাপে স্বীকৃতি লাভ কৰিছিল। 'নতুন বছৰ' নামৰ এনে এটি কবিতা। কবিতাটিৰ শেষৰ কথাখিনি এনে ধৰণৰ—

"চাওঁতে চাওঁতে দ্বাদশে মেলানি ললে,
জীৱন বুৰঞ্জী মেলি চোৱা এবে,
হাবিল জিকিল কোনে।"

কবিতাটোৰ টীকাত 'দ্বাদশ' মানে ১৯১২ চনক বুজাইছে বুলি কবিয়ে লিখিছিল। কৰ্ণেল জালনুৰ আলি (ফকৰুদ্দিন আলি আহমদৰ দেউতাক) বহু বছৰ বিদেশত কটাই অসমলৈ অহা উপলক্ষে তেওঁক অভিনন্দন জনাই লহকৰে এটা সুললিত কবিতা ৰচি প্ৰকাশ কৰিছিল।

তেওঁ সাধুকথাৰ পুথিও লিখিছিল। ওকণিৰ সাধুকথা আৰু কেশমতীৰ সাধুকথা এনে দুখন পুথি। ছোৰাব-ৰুস্তম, সীতা, ৰমাবাঈ, মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য্য আদি তেওঁৰ জীৱনীমূলক সাহিত্যৰ ভিতৰত পৰে। ইয়াৰ বাহিৰেও জগতিৰামে ধৰ্মমূলক প্ৰবন্ধও যুগুত কৰিছিল। আদিকাণ্ড ৰামায়ণ, গোপালদেৱ মিশ্ৰ, কবিৰত্ন, পাটবাউসী সত্ৰ-দামোদৰদেৱ, ভাগৱত ভট্ট বা ভট্টাচাৰ্য্য, শ্ৰীশ্ৰীদামোদৰদেৱ এনেকুৱা কিছুমান প্ৰবন্ধ। তেওঁ গল্পবোৰৰ মাজেদি নীতিশিক্ষা দিবলৈ বিচাৰিছিল। কিছুমান গল্পত অসমীয়া সমাজত বিয়পি থকা অন্ধ কুসংস্কাৰবোৰ আঙুলিয়াই দি সেইবোৰৰ সংস্কাৰ সাধন কৰিবলৈ বিচাৰিছিল। 'অজ্ঞান পহু' নামে গল্প এটাত অজ্ঞান মানুহক জ্ঞান দিবলৈ চেষ্টা কৰিছিল। 'ৰাম-খাম' গল্পটোত অসমীয়াৰ কুসংস্কাৰবোৰৰ প্ৰতি কটাক্ষপাত কৰি ডাক্তৰৰ দ্বাৰাই তাত কোৱাইছে —"হায়! দেশৰ উন্নতিকামীসকলে যদি এই হোজা মানুহবিলাকৰ লগত সৰলভাৱে মিলি সিহঁতক সজ উপদেশ দিলেহেঁতেন, সিহঁতে কিমান অন্ধবিশ্বাস আৰু মাৰাত্মক ৰোগাদিৰপৰা হাত সাৰিলেহেঁতেন আৰু দেশো প্ৰকৃত উন্নতিৰ বাটত কিমান আগুৱালেহেঁতেন।" 'চৰিত্ৰ' নামৰ প্ৰবন্ধটিত তেওঁ লিখিছিল—"হিন্দুৱে গঙ্গাৰ পানী পৰম পবিত্ৰ

বুলি অমৃত বুলি পান কৰিছে। বিধৰ্মীয়ে তাত একো বিশেষত্ব দেখিবলৈ পোৱা নাই। কিন্তু চৰিত্ৰৰ চৰণত পৃথিবীৰ সকলো জাতিয়েই, সকলো ধৰ্মাৱলম্বীয়ে সমভাৱে বিনীতভাৱে মূৰ দোৱাইছে।" 'যুবকৰ কৰ্ত্তব্য' নামৰ আলোচনাত তেওঁ যুবকৰ কৰ্ত্তব্য সম্পৰ্কে এখন তালিকা দাঙি ধৰি এনে ধৰণেৰে মন্তব্য কৰিছে: "১। ইন্দ্ৰিয় সংযম ২। ঈশ্বৰ আৰু গুৰুজনৰ প্ৰতি ভক্তি ৩। সৎসঙ্গ, সৎশিক্ষা ৪। যি ভাল বুলি জনা যায় তাক কাৰ্য্যত পৰিণত কৰা—মোটামুটিকৈ এই চাৰিটাই যুবকৰ প্ৰায় সকলো কৰ্ত্তব্যকে সামৰে।"

লহকৰে প্ৰত্নতত্ত্ববিষয় সম্বন্ধে চৰ্চা কৰিছিল। ৰঙিয়াৰ ঘৰলৈ যাওঁতে তেওঁ গাঁৱৰ মানুহ লগত লৈ গাঁৱৰ ভিতৰত পৰি থকা বহুতো কিম্বদন্তীৰ সমল যুগুতাইছিল। কামৰূপৰ পুৰাবৃত্ত, বামুণদিয়া চৌধুৰী, খুদিয়া সত্ৰ, গোপালদেৱৰ পুত্ৰ লক্ষ্মীপতি, লহকৰ বংশৰ ইতিবৃত্ত আদি কিছুমান এনে প্ৰবন্ধৰ নিদৰ্শন। কামৰূপ অনুসন্ধান সমিতিৰ তেওঁ এজন সক্ৰিয় সদস্য আছিল। ইয়াত সদস্য হৈ থাকি তেওঁ বহুতো আপুৰুগীয়া সমল আহৰণ কৰিছিল। তেওঁ 'বৃত্তমঞ্জৰী প্ৰকাশক সমিতি'ৰ সম্পাদক হৈছিল ১৯৩৬ চনত। জনা গৈছে তেওঁ সেই সময়ৰ 'কামৰূপ সাহিত্য সমাজৰ' সম্পাদক হিচাপেও কাম কৰিছিল। ইয়াৰ সভাপতি আছিল ৺কালিৰাম মেধি ডাঙৰীয়া। ১৯২০ চনত অসম সাহিত্য সভা তৃতীয় বছৰৰ সহকাৰী সম্পাদকৰ পদতো তেওঁ অধিষ্ঠিত হৈছিল। তেওঁৰ হাতেলিখা কাৰ্য্য-বিৱৰণীৰ পৰা জনা যায় যে সেই বছৰ ৺সত্যনাথ বৰাদেৱ সভাৰ সম্পাদক আছিল। ডিব্ৰুগড়, যোৰহাট, গোলাঘাট, নাজিৰা, বৰপেটা, ধুবুৰী, কলিকতা, কাছাৰ এই শাখা-সভাবোৰৰ কামত লেহেম গতি দেখি তেওঁ কাৰ্য্য-বিৱৰণীত এনেদৰে মন্তব্য কৰিছে: "স্বীকৃত আৰু শাখা-সভাৰ সংখ্যা যেনেকৈ বাঢ়িছে, উৎসাহ তেনেকৈ কমি আহিছে যেন দেখা গৈছে।" এই বিৱৰণীৰ পৰা জনা যায় ৺ৰঘুনাথ চৌধুৰীৰ হতুৱাই সংগ্ৰহ কৰা হেমকোষ অভিধানত নথকা চাৰি হেজাৰতো অধিক শব্দ সাহিত্য সভাৰ তৰফৰপৰা পাঁচশ

টকাৰে কিনাৰ প্ৰস্তাৱ কৰা হৈছিল। এই শব্দবোৰৰ মৌলিকত্ব সম্বন্ধেও পৰীক্ষা চলোৱা হৈছিল।

লহকৰ মানুহজন পিন্ধনে-উৰণে বৰ পৰিপাটি আছিল। চুৰিয়া-পাঞ্জাবী পিন্ধা পাতল গাৰ মানুহজন প্ৰায় ৫½ ফুটমান ওখ আছিল। সোঁমাজেৰে সেঁওতা ফালি মূৰ ফণিয়াইছিল। সদায় হাঁহিমুখ আৰু মৰমসনা ব্যৱহাৰেৰে সকলো প্ৰকাৰৰ মানুহকে মুগ্ধ কৰিছিল।

লহকৰে ৰঙিয়াৰ সামাজিক আৰু উন্নয়নমূলক কামত সদায় আগভাগ লৈছিল। ৰঙিয়াৰ লখনুৰাম মাইনৰ স্কুলৰ কাৰ্য্যকৰী কমিটিৰ সদস্য আৰু সময়ত সভাপতিও হৈছিল। এই অঞ্চলতে বহা ক্ষত্ৰিয়-কলিতা সন্মিলনত তেওঁ বিশেষ ভূমিকা লৈছিল। মাহেকে-পষেকে ৰঙিয়ালৈ যোৱাটো তেওঁৰ কৰ্তব্য আছিল। ৰঙিয়ালৈ গলে তেওঁ সকলো মানুহৰে খা-খবৰ কৰিছিল আৰু সকলোকে আৱশ্যকীয় দিহা-পৰামৰ্শ দিছিল। ৰঙিয়া অঞ্চলৰ সেই সময়ৰ ছাত্ৰবোৰক বৰ উৎসাহ আৰু অনুপ্ৰেৰণা যোগাইছিল। মাজে মাজে বহুতো গাঁৱলৈ গৈ মানুহবোৰৰ বিভিন্ন বিষয়ে সম্ভেদ লৈছিল। ৰঙিয়ালৈ গলে বেলেগ হোৱাৰ পিছত ভতিজাক শ্ৰীদলোৰাম লহকৰৰ ঘৰতে থকা-মেলা কৰিছিল। এই ভতিজাক দলোৰাম লহকৰে (লিখকৰ দেউতাক) ৰাঙয়াৰ মাটিবাৰীৰ চোবাচিতা কৰিছিল। জলতিৰাম লহকৰৰ বহুতো কথা আজিও ৯০ বছৰত ভৰি দিয়া শ্ৰীফুটিৰাম কছাৰীয়ে বৰ আনন্দ প্ৰকাশ কৰি কয়। গাঁও ফুৰোঁতে এই ফুটিৰাম কছাৰী লহকৰৰ লগত প্ৰায়েই আছিল।

লহকৰদেৰৰ খং উঠা কোনো মানুহে কেতিয়াও দেখা নাছিল। পিতৃ হিচাপে তেওঁ নিজৰ ল'ৰাক বৰ মৰম-চেনেহ কৰিছিল। সদায় সদুপদেশ নীতিমূলক কথাৰে নিজৰ ল'ৰাক ভাল কথা শিকাবলৈ চেষ্টা কৰিছিল। আজৰি পৰত নিজৰ বাৰীতে শাক-পাচলিৰ নাইবা ফুলনিৰ গুৰিত বহি কাম কৰিছিল। জলতিৰাম লহকৰ বৰ অধ্যয়নশীল আছিল বুলিও জনা যায়। তেওঁ কথা অলপ বেছিকৈ

কৈছিল। কিন্তু সেই কথা ইমান বসাল আৰু সাৰুৱা আছিল যে মানুহে বিৰক্তি বোধ নকৰিছিল। তেওঁক এবাৰ তুৰাৰৈ প্ৰধান শিক্ষক হিচাপে বদলিৰ হুকুম হৈছিল কিন্তু তেওঁ সেই পদ প্ৰত্যাখ্যান কৰিছিল আৰু বেলেগ ঠাইলৈ যাব খোজা নাছিল।

১৯৩৯ চনৰ এপ্ৰিল মাহ। এদিনাখন লহকৰ হঠাতে অসুস্থ হৈ পৰিল। সেই অসুখতে ১৯৩৯ চনৰ ১৩ এপ্ৰিল বহাগ বিহুৰ দিনা বাত্তিপুৰাই অলতিৰামৰ 'অলতি' চিৰদিনৰ কাৰণে পৃথিবীৰ পৰা নোহোৱা হৈ গৈছিল। ঘৰত কন্দা-কটাৰ ৰোল উঠিছিল। বিহাবাৰীৰ ঘৰত গুৱাহাটীৰ মানুহ ভৰি পৰিছিল। বণ্ডিয়াৰপৰাও বহুতো লোক শেষ দৰ্শনৰ কাৰণে আহিছিল। লহকৰৰ মৃত্যুৰ ছমাহ পিছতে সুযোগ্য স্বামীৰ সুযোগ্যা পত্নী সুদক্ষিণা লহকৰে নিজে সজা চিতাত স্বামীৰ অস্থি বুকুত বান্ধি জঁাপ দি সতী গৈছিল। ইয়াৰ এবছৰ মানৰ ভিতৰতে লহকৰৰ দ্বিতীয় পুত্ৰ ধৰ্মব্ৰত লহকৰৰ মৃত্যু হৈছিল। তেওঁৰ চাৰিজন পুত্ৰ—সত্যব্ৰত, দেৱব্ৰত, তীৰ্থব্ৰত আৰু সূৰ্য্যব্ৰত বৰ্তমান সংসাৰত সুপ্ৰতিষ্ঠিত।

# স্বভাববিজ্ঞানী লক্ষ্মীনাথ দাস

শ্ৰীঅতুলচন্দ্ৰ বৰুৱা

'চিন্তা-তৰঙ্গিনী'ৰ কবি ভোলানাথ দাস ডাঙৰীয়াৰ জ্যেষ্ঠপুত্ৰ লক্ষ্মীনাথ দাসৰ জন্ম হয় ইংৰাজী ১৮৯৩ চনত। তেওঁ মানুহ আছিল নগাওঁ জিলাৰ, জন্মিছিল তেজপুৰত আৰু শিক্ষালাভ কৰি জীৱন আৰম্ভ আৰু শেষ কৰিছিল গুৱাহাটীত। তেওঁৰ বয়স সম্বন্ধে এদিন এজনী নাতিনীয়েকে ধেমালি কৰি সুধিলে—"ককাদেউতা, আপুনি বাৰু বয়সত আমাতকৈ কিমান ডাঙৰ? আপোনাৰ বয়স কিমান হব?" উত্তৰত তেওঁ কলে—"বহুত ডাঙৰ অ'। মোৰ জন্ম চনটো কি জানা? বাংলা ১৩০০ চন। গতিকে তাৰ শূন্য দুটাৰ ঠাইত যি বছৰত যি সংখ্যা বহে সেই বছৰত সেয়ে মোৰ বয়স। এতিয়া ১৩৭৫ হবলা। তেন্তে মোৰ বয়স ৭৫ বছৰ। বৰ মজাৰ কথা, নহয় নে? ভুল হবৰ ভয় নাই। পিছে এই চনটো বাংলা চন নহৈ অসমীয়া চনহে হব লাগে দেই। কিয় জানা? এই চনটো আৰম্ভ হয় আমাৰ অসমৰ বিখ্যাত সম্ৰাট ৰজা কুমাৰ ভাস্কৰবৰ্মাৰ সিংহাসন আৰোহণৰ দিনৰপৰা। কুমাৰ ভাস্কৰবৰ্মাৰ সিংহাসন আৰোহণৰ কাল আজিলৈ ১৩৭৫ বছৰ হ'ল। তাৰে ৭৫ বছৰ মোৰ বয়স।"

লক্ষ্মীনাথ সৰু কালৰেপৰা বৰ তীক্ষ্ণ বুদ্ধিৰ ছাত্ৰ আছিল। তেওঁৰ দেউতাক ভোলানাথে হাকিম হৈও আজৰি সময়ত নিজ হাতে বিহুকৰ্মী বন কৰি ঘৰৰ চকী, মেজ, পালেং, আলমাৰী সজাৰেপৰা কাপোৰ চিলাই কৰা, ছবি আঁকা আদি ঘৰৰ সকলো লাগতিয়াল কাম কৰিছিল। ই লক্ষ্মীনাথৰ চৰিত্ৰ-গঠনত বাৰুকৈয়ে প্ৰভাৱ পেলাইছিল আৰু তেওঁ সৰু কালৰে পৰা দেউতাকৰ দৰে সময় পালেই খুচখুচাই থাকি কিবা নহয় কিবা এটা নতুন বস্তু সাজি আমোদ পাইছিল। মাজেসময়ে তেওঁ কাঠ কুন্দাবলৈ জৰী টানি দেউতাকক সহায়

কৰিছিল। কেতিয়াবা, দেউতাকৰ হাতুৰি-বটালিৰেই টুকুৰা কাঠৰ পুতলা সাজিছিল।

লক্ষ্মীনাথৰ মাকৰ নাম আছিল যজ্ঞেশ্বৰী। তেওঁ অতিশয় সাধ্বী তিৰোতা আছিল। শাহুৱেকৰ কঠোৰ শাসনত দিনে-নিশাই কৰ্মৰত হৈ থাকিও তেওঁ মুখেৰে মাত নামাতিছিল। পচাশলীয়া কালতে লক্ষ্মীনাথৰ মাতৃ-বিয়োগ ঘটে। তেওঁ মাহীমাকৰ যত্নত লালিত পালিত হয়।

লক্ষ্মীনাথৰ জীৱনত এটা মন কৰিবলগীয়া কথা এই যে বিযুগ্ম চানবোৰতহে তেওঁৰ জীৱনৰ ঘাই ঘাই ঘটনাবোৰ ঘটিছিল। তেওঁৰ জন্ম ১৮৯৩ চনত, তেওঁ ১৯০৩ চনত প্ৰাইমাৰী পৰীক্ষা, ১৯১১ চনত মেট্ৰিকুলেছন পৰীক্ষা, ১৯১৩ চমত আই-এছ-চি পৰীক্ষা, ১৯১৫ চনত বি-এছ-চি পৰীক্ষা আৰু ১৯১৭ চনত এম-এছ-চি পৰীক্ষা পাছ কৰে। তেওঁ প্ৰাইমাৰী পৰীক্ষাৰপৰা বি-এছ-চি পৰীক্ষালৈকে সকলোবোৰ বৃত্তি পৰীক্ষাতে জলপানী লাভ কৰিছিল। তাৰ উপৰি পৰীক্ষাত আৰু অন্যান্য কাৰ্য্যত কৃতিত্ব দেখুৱাই তেওঁ জীৱনত চাৰিটা সোণৰ পদকৰ অধিকাৰী হৈছিল। আই-এছ-চিত তেওঁ কলিকতা বিশ্ববিদ্যালয়ৰ অঙ্ক শাস্ত্ৰৰ পৰীক্ষাত সৰ্বোচ্চ নম্বৰ পাই 'ডাফ স্কলাৰছিপ' লাভ কৰিছিল। উল্লেখযোগ্য এই যে তেতিয়া কলিকতা বিশ্ববিদ্যালয়ৰ উচ্চ শিক্ষা-শাসনৰ পৰিসৰ অসম, বঙ্গ, বিহাৰ আৰু উৰিষ্যা এই চাৰিও প্ৰদেশলৈকে জুৰি আছিল। বি-এছ-চি পৰীক্ষাত আকৌ সকলো বিষয়ৰ মুঠ নম্বৰত বিশ্ববিদ্যালয়ত প্ৰথম স্থান অধিকাৰ কৰা বাবে তেওঁ এটা বঙ্গীয় চৰকাৰৰ জলপানীও লাভ কৰিছিল। ডঃ বাণীকান্ত কাকতিয়ে কৈছিল, "বঙালীয়ে আনৰ মুখৰ চাউল কাঢ়ি খায়, তুমি এইবাৰ বঙালীৰ মুখৰ চাউল কাঢ়ি খাই কীৰ্ত্তি ৰাখিলা। বঙালে তোমাক এতিয়া নামাৰিলেই ৰক্ষা।" এয়ে তেওঁৰ বিবিধ বিষয়ৰ ওপৰত থকা গভীৰ জ্ঞানৰ পৰিচয় দিয়ে। ডঃ বাণীকান্ত কাকতি তেওঁৰ সহপাঠী আছিল আৰু দুয়ো দুয়োবো

অন্তৰঙ্গ বন্ধু আছিল। কিছুদিনৰ কাৰণে দুয়ো কলিকতাত একেটা খোঁটালিতে থাকি পঢ়াশুনা কৰিছিল। দুয়োৰো ভিতৰত এনে বন্ধুত্ব আছিল যে কাকতিয়ে তেওঁক সৰু ল'ৰাৰ দৰে দেখি 'বেবি' ( Baby ) বুলি মাতিছিল আৰু তেওঁ কাকতিক গাঁৱলীয়া সুৰত 'বাইনা কা' বুলিছিল। অসমৰ অন্যতম গণিতজ্ঞ পণ্ডিত বৰপেটাৰ কামেশ্বৰ দাসো তেওঁলোকৰ সতীর্থ বন্ধু আছিল। সেই সময়ত প্ৰেছিডেন্সি কলেজত 'দাস-স্কোৱেৰ-কাকতি' বুলিলে সকলোৱে এই ত্ৰিমূৰ্তিক অৰ্থাৎ লক্ষ্মীদাস, কামেশ্বৰ দাস আৰু বাণীকান্ত কাকতিক বুজিছিল আৰু তিনিওকে সকলো ছাত্ৰই শ্ৰদ্ধা কৰি চলিছিল।

১৯১৭ চনত লক্ষ্মীনাথ দাসে পদাৰ্থবিদ্যাত বিশ্ববিদ্যালয়ত প্ৰথম স্থান অধিকাৰ কৰি উত্তীৰ্ণ হয় আৰু ১৯১৯ চনত ডঃ বাণীকান্ত কাকতিৰ লগত সমসাময়িকভাৱে কটন কলেজৰ অধ্যাপক নিযুক্ত হয়। কটন কলেজত অধ্যাপনা কৰা কালছোৱাত তেওঁৰ জ্ঞান-গৰিমাৰ খ্যাতি আৰু জনপ্ৰিয়তা ছাত্ৰসংসদ আৰু সহকৰ্মী অধ্যাপক সকলৰ মাজত মুখৰ হৈ পৰিছিল। তেওঁ পদাৰ্থ বিজ্ঞানৰ অধ্যাপক হৈও ৰসায়ন আৰু উদ্ভিদবিদ্যাৰ নানা আমোদজনক পৰীক্ষা-নিৰীক্ষা চলাই নিজেও আত্মপ্ৰসাদ লভিছিল আৰু আনকো বিস্মিত কৰিছিল। এজোপা ফুলতে কেইবা ৰঙৰ কেইবা প্ৰকাৰৰ ফুল ফুলাই, ফল লগাই, কাপোৰ ধুলেও গোন্ধ নোযোৱা এছেন্স তৈয়াৰ কৰি, ফাকুৱাৰ দিনা কাপোৰত দেখাত টিকৃটিক্ কৰে তেজৰঙা হোৱা আৰু কিছু সময়ৰ পিছতে আকৌ নোধোৱাকৈয়ে সেই ৰং উঠি গৈ চিন-চাব নোহোৱা হোৱা ৰং ঘৰৰ-পৰৰ সকলোৰে মৰম-শ্ৰদ্ধাৰ পাত্ৰ আৰু আকৰ্ষণৰ স্থল হৈ পৰিছিল। সেই বছৰতে অৰ্থাৎ ১৯১৯ চনতে লক্ষ্মীনাথৰ বিয়া হয়। উত্তৰ গুৱাহাটীৰ বিখ্যাত মজিন্দাৰ বৰুৱাৰ ঘৰৰ হেমচন্দ্ৰ বৰুৱাৰ জীয়াৰী অন্নদাবালা বৰুৱাক তেওঁ বিয়া কৰাইছিল। তেওঁৰ পত্নীও জাকত-জিলিকা আছিল।

১৯২১ চনত মহামানৱ মহাত্মাগান্ধীৰ আহ্বান শুনি স্বাধীনচিন্তীয়া

লক্ষ্মীনাথৰ মন দেশৰ স্বাধীনতা বিচাৰিলৈ চাল খালে। তেওঁ প্ৰাণেৰে সতে ভালপোৱা কলেজৰ অধ্যাপনাকো নেওচা দি স্বাধীনতা যুঁজত জপিয়াই পৰিল। তেওঁৰ অতি পূজনীয় গুৰু পিতৃদেৱতাই তেওঁৰ জেনে কাৰ্য্য ভাল না পাইছিল। তেওঁ বিবেকৰ তাড়ণাত তাকে কৰিবলগীয়া হৈ দেউতাকৰ ওচৰত ক্ষমা ভিক্ষা কৰিছিল।

১৯২৩ চনত লক্ষ্মীনাথে গুৱাহাটী পানীকলৰ ছুপাৰিণ্টেণ্ডেণ্টৰ দায়িত্ব গ্ৰহণ কৰে আৰু তাক ১৯৬৭ চনলৈ সুখ্যাতিৰে বহন কৰি অবসৰ লয় আৰু ১৯৬৯ চনৰ ১৩ ফেব্ৰুৱাৰীৰ সন্ধিয়া সাত বজাত শেষ নিশ্বাস পেলায়। ১৯২৬ চনত পাণ্ডুত বহা ভাৰতীয় জাতীয় কংগ্ৰেছত লক্ষ্মীনাথে দিনে-নিশাই খাটি পানী যোগানৰ গুৰিবঠা ধৰি অধিবেশন সাফল্যমণ্ডিত কৰাত সহায় কৰিছিল।

লক্ষ্মীনাথৰ ইঞ্জিনিয়াৰিং বিদ্যাৰ ডিগ্ৰী একো নাহি। তথাপি তেওঁক সকলোৱে ইঞ্জিনিয়াৰসকলৰ মাজত এজন বুলি পৰিগণিত হয়। তেওঁ পানীকলৰ ছুপাৰিণ্টেণ্ডেণ্ট কেনেকৈ হ'ল সেই বিষয়ে শ্ৰীহৰেন্দ্ৰনাথ বৰুৱাদেৱে কয়: "গান্ধীজীৰ অসহযোগ আন্দোলন শাম কটাত ১৯২৩ চনত কটন কলেজৰ পদাৰ্থবিজ্ঞান অধ্যাপকৰ পদ এটা খালী হয়। দাসে স্বইচ্ছাই গুৱাহাটী পানীকলৰ ছুপাৰিণ্টেণ্ডেণ্টৰ পদটোৰ বাবে আৰু দেউতাকৰ একান্ত ইচ্ছাত অধ্যাপকৰ পদটোৰ কাৰণে দৰ্খাস্ত কৰে। কোৱা বাহুল্য যে সেই কালত চৰকাৰী কাম ইস্তফা দি অহাটো (তাকো অসহযোগ আন্দোলনত যোগ দিবলৈ ইস্তফা দিয়াটো) পুনৰ চৰকাৰী কাম পোৱাৰ কাৰণে ডাঙৰ 'ডিছকোৱালিফিকেচন্' আছিল যদিও তেওঁ আগতে সেই কাম অতি কৃতিত্বেৰে কৰাৰ কথা স্মৰণ কৰি ইংৰাজ প্ৰিন্সিপেলে কৰা বিশেষ অনুমোদন অনুসাৰে চৰকাৰে সেই পদত তেওঁক পুনৰ নিয়োগ কৰে আৰু একে সময়তে পানীকলৰ ছুপাৰিণ্টেণ্ডেণ্টৰ কামটোও তেওঁ পায়। অধ্যাপকৰ কামটো দেখদেখকৈয়ে বেছি সন্মানৰ আৰু বেছি বেতনৰ পদ আছিল। কিন্তু তেওঁ ছুপাৰিণ্টেণ্ডেণ্টৰ কামটোহে

গ্ৰহণ কৰিলে। তেওঁ আমাৰ আগত কোৱা মতে তাৰ কাৰণ দুটা আছিল। প্ৰথম, চৰকাৰী কামতকৈ অপেক্ষাকৃতভাৱে স্বাধীন স্বায়ত্তশাসিত মিউনিচিপেল বোৰ্ডৰ কৰ্তৃত্বাধীন পদটোৰ কাৰণে তেওঁৰ অধিক আকৰ্ষণ; আৰু দ্বিতীয়, ছুপাৰিণ্টেণ্ডেণ্ট কামটো তেওঁ বৰ প্ৰতিদ্বন্দ্বিতাত উত্তীৰ্ণ হৈ পোৱাটো। এই পদটোৰ বাবে বোলে কেইবাজনো অনা-অসমীয়া ইঞ্জিনীয়াৰ প্ৰাৰ্থী আছিল আৰু তেওঁলোকৰ কোনোবা এজনক নিদি অনা-ইঞ্জিনিয়াৰ এম. এছ. চি দাসক দিয়াটো উচিত নহব বুলি তেতিয়াৰ ছিলেটী মন্ত্ৰী ৰায়বাহাদুৰ প্ৰমোদ দত্তই বিৰোধিতা কৰিছিল আৰু ইফালে জাৰ্মান ছুপাৰিণ্টেণ্ডেণ্ট-জনে দাসকহে এই পদৰ যোগ্য লোক বুলি দি যোৱা সুন্দৰ প্ৰশংসা-পত্ৰখনৰ আলম লৈ কৰ্মবীৰ নবীন বৰদলৈয়ে অসম চৰকাৰৰ অন্যতম মন্ত্ৰী ৰায়বাহাদুৰ কনকলাল বৰুৱাক নেৰানেপেৰাকৈ ধৰিহে তেওঁক এই কাম দিয়াব পাৰিছিল। সেই কাৰণে তেওঁৰ যোগ্যতাৰ প্ৰতি প্ৰত্যাহ্বান আৰু অসমীয়া-অনা অসমীয়াৰ 'চেলেঞ্জ' হিচাপেও তেওঁ বোলে পানীকলৰ কামটোকে গ্ৰহণ কৰিলে। এই প্ৰত্যাহ্বান গ্ৰহণ কৰি তেওঁ নিজৰ আৰু অসমীয়াৰ মৰ্য্যাদা কেনেকৈ প্ৰতিষ্ঠা কৰিলে, সেই বিষয়ে বহলাই কোৱাৰ আৱশ্যক নাই।"

লক্ষ্মীনাথৰ বহুমুখী প্ৰতিভাৰ কথা তেওঁৰ সান্নিধ্যত অহাসকলেহে বুজিব পাৰিছিল, কাৰণ তেওঁ নিজক জাহিৰ কৰিবলৈ নাইবা সুখ্যাতিৰ উজ্জ্বল পোহৰত থিয় হৈ নিজক দেখুৱাবলৈ সমূলি ভাল নাপাইছিল। ১৯৫৬ চনত তেওঁ অসম সাহিত্য সভাৰ বিজ্ঞান বিভাগৰ সভাপতি পদৰ কাৰণে নিৰ্বাচিত হৈছিল। কোৱা বাহুল্য, এয়েই লক্ষ্মীনাথৰ অসামান্য প্ৰতিভাৰ একমাত্ৰ ৰাজহুৱা স্বীকৃতি আৰু ইয়াৰ গুৰিত আছিল যাইকৈ তেওঁৰ গুণগ্ৰাহী দুগৰাকী ছাত্ৰকল্প বন্ধু, এজন অসম সাহিত্য সভাৰ সেই সময়ৰ প্ৰধান সম্পাদক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা আৰু আনজন ডঃ মহেশ্বৰ নেওগ। তাত বিজ্ঞান সম্বন্ধে দাস ডাঙৰীয়াই সেইবাৰ যিখন চমু অথচ জ্ঞানগৰ্ভ অভিভাষণ আগবঢ়ালে সি অসমীয়া সাহিত্যৰ মূল্যবান সম্পদ

হৈ থাকিব। এই প্ৰসঙ্গতে মন্তব্য দি প্ৰবীন সাংবাদিক শ্ৰীহৰেন্দ্ৰনাথ বৰুৱাই লিখিছিল : "বিজ্ঞান শাখাতহে নালাগে বহুমুখী প্ৰতিভাশালী দাসক সাহিত্য সভাৰ মূল অধিবেশনৰ সভাপতি পতা হলেও যে তেওঁ তাতো কৃতিত্বৰ পৰিচয় দিলেহেতেন সেই বিষয়ে আমাৰ অলপো সন্দেহ নাই।"

শিশুসুলভ সৰলতা আৰু অমাযিকতাৰ দাস ডাঙৰীয়া আছিল জীবন্ত প্ৰতিমূৰ্তি। সৰলতা আছিল তেওঁৰ স্বভাৱৰ গুণ। তেওঁ যিকোনো লোককে নিজে জনা বিষয়টো পানীকৃত কৰি বুজাই দিছিল। নিজেও তেওঁ সদায় শিকাৰু হৈ থাকি ন ন কথা শিকিবলৈ ভাল পাইছিল। দাস ডাঙৰীয়াৰ সৃজনশীল আৰু আবিষ্কাৰকামী প্ৰতিভা এসময়ত অসমত সৰ্বজনবিদিত হৈ পৰিছিল। তেওঁৰ অসুবিধা আছিল এয়ে যে তেওঁ একেটা বিষয়ত বেছি দিন একেৰাহে লাগি থাকিব নোৱাৰিছিল। দ্বিতীয় মহাসমৰৰ সময়ত যেতিয়া চৰকাৰে মানুহৰ ঘৰত থকা ৰেডিঅ'বোৰ লৈ গ'ল আৰু ৰেডিঅ' শুনা আইনবিৰুদ্ধ বুলি ঘোষণা কৰিলে তেওঁ তেতিয়া সামান্য গুণাৰ তাঁৰ কিছুমান গোটাই লৈ ৰেডিঅ' যন্ত্ৰ তৈয়াৰ কৰি দেশ-বিদেশৰ খবৰ ধৰিছিল আৰু বন্ধু-বান্ধবকো শুনাইছিল। কংগ্ৰেছে বৃটিছ শাসনৰ 'বিৰুদ্ধে অসহযোগ আন্দোলন চলোৱা দিনত তেওঁ নিজে টাইপ-ৰাইটাৰ আৰু ডুপ্লিকেটৰ যন্ত্ৰ তৈয়াৰ কৰি ৰাতিৰ ভিতৰতে তাত কংগ্ৰেছৰ কাকত ছপাই দিনত সেইবোৰ যন্ত্ৰ হাবিৰ বিহলঙনিৰ মাজত পেলাই থৈছিল। পুলিচে বহুত বিচাৰিও তাৰ শু-সূত্ৰ উলিয়াব পৰা নাছিল। পঢ়া কালতেই সৰু মটৰ বোট সাজি প্ৰথমে যোৰপুখুৰীত বাই ফুৰিছিল আৰু তাৰ পিছত তাৰেই বৰলইত পাৰ হৈ দেখুৱাইছিল। তেওঁ এনে এখন চাইকেলত উঠি ফুৰিছিল যিখন আগলৈ আৰু পাছলৈ সমানে চলিছিল আৰু ভৰিৰ টিপনিতেই তাৰ ব্ৰে'ক ধৰিব পৰা গৈছিল। তেওঁৰ ASK 303 নং ফৰ্ড কাৰখন গুৱাহাটি চহৰত প্ৰথমে ওলোৱা মটৰ গাড়ী কেইখনৰ এখন আছিল আৰু তাত তেওঁ যন্ত্ৰ যোগ-বিয়োগ কৰি তাক এটা চাবলগীয়া

বস্তু কৰি তুলিছিল। পিছত ফৰ্ড কোম্পানীৰ মানুহে আহি তেওঁৰ আৰু গাড়ীখনৰ ফটো সগৌৰৱে তুলি লৈ গৈছিল। সেই গাড়ীখন তেওঁ 'জীপ' গাড়ীৰ দৰে য'লৈকে ত'লৈকে নিব পৰা কৰি তুলিছিল। ডেকা কালত সেইখনত উঠি তেওঁ প্ৰেমনাৰায়ণ দত্ত, গিৰীশ বৰুৱা আদি বন্ধুসকলৰ লগত পথাৰৰ মাজে মাজে গৈ পাহাৰৰ দাঁতিত চিকাৰ কৰি ফুৰিছিল। মজাৰ কথা আছিল এই যে, মটৰখনৰ ওপৰতে এখন কোৰ তুলি লৈ তাৰে সৰু সৰু আলিবোৰ কাটি পথাৰৰ মাজে মাজে গাড়ী চলাই নিছিল।

লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ সৰু ভায়েক ( সাধাৰণতে মুমলি দাদা বুলি প্ৰখ্যাত ) ৰত্নেশ্বৰ বৰদলৈৰ লগত লগ লাগি ইণ্ডাষ্ট্ৰিয়েল এণ্ড্ কেমিকেল পায়নিয়াৰ্ছ নামে কাৰখানা খুলি লক্ষ্মীনাথে নিউচল, নেত্ৰকল্যাণ, আইচিপিন আদি ঔষধ আৰু নানা প্ৰকাৰৰ তেল, এচেন্স, চাবন, চিয়াহী আদি তৈয়াৰ কৰিবলৈ আৰম্ভ কৰিছিল। এই কামত অলপ দিনৰ ভিতৰতে তেওঁৰ অনুগত অন্যতম মেধাবী ছাত্ৰবন্ধু শ্ৰীপূৰ্ণ ভৰালীয়ে আহি যোগদান কৰিছিল। কাৰখানা খুলিবলৈ যিটো ঘৰ সাজিছিল সেই বিষয়েও এষাৰ কেকা উচিত। এই ঘৰটো আছিল চুমহলীয়া। তাত খুটা নাছিল। ফলা কাঠিবোৰ ইডালে সিডালক টানি ধৰাকৈ কোণাকণিকৈ দি অতি কম খৰচতে ঘৰটো তৈয়াৰ কৰা হৈছিল। ঘৰটোৰ নিৰ্মাণ কৌশল চাই বহুতে হাঁহিছিল আৰু বহুতে আমোদ পাইছিল। আমি এদিন এই ঘৰটো খুটা নোহোৱাকৈ কেনেকৈ আছে বুলি সোধাত তেওঁ শিশুসুলভ হাঁহিৰে কৈছিল, "আমাৰ ঘৰবোৰ আচলতে খুটাৰ ওপৰতহে ভৰ দি নাথাকে, থাকে দিয়াচলাইৰ বাহ থকাৰ দৰে বান্ধোনত পকাৰ ওপৰত বহি।" কোৱা বাহুল্য নিউচল, নেত্ৰকল্যাণ আদি ঔষধবোৰ গাঁৱে-ভুঞে আৰু শিক্ষিত সকলৰ মাজতো সমানে সমাদৃত হৈছিল। নিউচলৰ আচৰিত গুণ আছিল এয়ে যে তাক পেটৰ অসুখতো খাব পাৰি আৰু কটা-ছিঙাতো ব্যৱহাৰ কৰিব পাৰি। পিছে অৰ্থাভাৱত এই কাৰবাৰ বেছি দিন নচলিল। যুদ্ধৰ

সময়ত আৱশ্যকীয় সমলবোৰো পাবলৈ নাইকিয়া হ'ল। ফলত কাৰখানা বন্ধ হ'ল। তাকে লৈ এদিন দাসে এজন অন্তৰঙ্গ বন্ধুৰ আগত আক্ষেপ কৰি কৈছিল—"কি কম? মই মাত্ৰ কেই হাজাৰমান টকা পোৱা হলেই এই প্ৰতিষ্ঠান কি কৰি তুলিলোঁহেতেন। ক'তো সেই ধনখিনি সুবিধা কাৰব পৰা নাই। লক্ষ্মী মোৰ প্ৰতিকূল, মিছাতে লক্ষ্মীনাথ নাম লওঁ।" বন্ধুৱে যোগ্যভাৱে উত্তৰ দি কৈছিল, "লক্ষ্মীৰ ঠাইত সৰস্বতী লভিল।" এই প্ৰসঙ্গতে কৈ থোৱা ভাল যে চকুৰ ঔষধ নেত্ৰকল্যাণ উলিয়াবলৈ গৈ এবাৰ দাস ডাঙৰীয়াই ঔষধৰ চোক পৰীক্ষা কৰিবলৈ উপযুক্ত কাকো নাপাই নিজৰ চকুতে দি পৰীক্ষা কৰিছিল আৰু ফলত ভালেমান দিন ভুগিছিল।

অসমীয়া টাইপৰাইটাৰ আজিকালি ওলাইছে। দাস ডাঙৰীয়াই প্ৰায় কুকুৰি বছৰ পূৰ্বেই অসমীয়া বৰ্ণমালাৰ সৰলীকৰণ সম্পৰ্কে চিন্তা কৰিছিল আৰু আদ্যৰম্ভ উদ্যোগী লোক কেশৱকান্ত বৰুৱাৰ লগ হৈ 'বৰদাস' লিপি বুলি লিপি বাহিৰ কৰি টাইপৰাইটাৰ উলিয়াইছিল। 'বৰদাস' মানে বৰুৱা আৰু দাস। পিছে সি নচলিল, কাৰণ লক্ষ্মীনাথ দাসে উদ্ভাৱনহে কৰিব পাৰে, তাত লাগি থাকিব নোৱাৰে।

সঙ্গীত চৰ্চা আছিল লক্ষ্মীনাথ দাসৰ অন্যতম আমোদ-ক্ৰিয়া। মহাপুৰুষদ্বয়ৰ বৰগীতবোৰৰ প্ৰকৃত সুৰ উদ্ধাৰ কৰিবৰ কাৰণে তেওঁ তলে তলে বৈজ্ঞানিক পদ্ধতিৰ গৱেষণা চলাইছিল আৰু তাৰ কাৰণে ডঃ হৰেকৃষ্ণ দাস, লোকপ্ৰিয় গোপীনাথ বৰদলৈ, গিৰিশচন্দ্ৰ, অম্বিকাগিৰি ৰায়চৌধুৰী আদি সকলৰ কণ্ঠস্বৰ 'টে'প ৰেকৰ্ডাৰ' এটা নিজে সংগ্ৰহ কৰি তাৰে কিছুমান বাণীবদ্ধ কৰিছিল। কোৱা বাহুল্য যে চন্দ্ৰকুমাৰ আগৰৱালাৰ 'অসমা সুষমা কামৰূপা' নামৰ বিখ্যাত গীতটোৰ সুৰৰ চানেকী দিছিল লক্ষ্মীনাথে আৰু কবি আগৰৱালাই সেই সুৰ-চানেকীৰ উচ্চ প্ৰশংসা কৰি তাত আন্তৰিক সমৰ্থন দিছিল। সি আজিও চন্দ্ৰামৃত গ্ৰন্থত সংৰক্ষিত হৈ আছে। বৰগীতৰ চৰ্চা সম্বন্ধে তেওঁ নিজে কৈছিল—

দেউতাই দোকমোকালিতে সদায় ‘তেজৰে কমলাপতি পৰভাত,নিন্দ’ গীতটো গাই আমাক জগাই দিছিল। তেতিয়াৰপৰাই বৰগীতৰ সুৰৰ প্ৰতি মোৰ মন আকৃষ্ট হৈছিল।” আনকি শেষ বয়সতো বৰপেটাৰ শ্ৰীপ্ৰসন্নলাল চৌধুৰীৰ লগত নিৰলে ঘৰৰ আঁৰত বহি দুয়ো হাতত তাল দি গীতৰ আখৰা কৰি থকা বহুতে তেওঁক দেখিছিল। সঙ্গীতজ্ঞ লোক পালেই তেওঁ আদৰি-সাদৰি নি তেওঁৰ লগত সঙ্গীত সম্পৰ্কে আলচ কৰি সুখ লভিছিল।

সঙ্গীত সম্পৰ্কে দাসৰ স্পষ্ট অভিমত কিছুমান আছিল। এই কথা তাহানি গুৱাহাটী আকাশবাণীৰ দ্বাৰা প্ৰচাৰিত এটি কথোপকথনৰ পৰা বুজা যায়। এই আলোচনাটি ১৯৫৬ চনত তেতিয়াৰ শ্ৰীলক্ষ্মীনাথ দাস, শ্ৰীদেবেন্দ্ৰনাথ চাংকাকতী আৰু শ্ৰীমহেশ্বৰ নেওগৰ মাজত অনুষ্ঠিত হৈছিল। নেওগে কৈছিল—দাস ডাঙৰীয়া, আপুনি বৈজ্ঞানিক লোক, আৰু আমি জানো আপুনি বহুত দিনৰ পৰাই বৰগীত আদিৰ স্বৰলিপি গ্ৰহণ কৰি এই বিষয়ত অভিজ্ঞ হৈছে। আপোনাৰ বৈজ্ঞানিক মনেৰে বৰগীত, লৌকিক গীত আৰু শাস্ত্ৰীয় সঙ্গীত সম্পৰ্কে আপুনি কি ভাবে আমাক জনাওকচোন। তাৰ উত্তৰত দাসে কৈছিল—এইটো জনাজাত যে আদিতে মানুহে নিজৰ মনৰ সৰল প্ৰেৰণা, যেনে, আনন্দ, খেদ, গৌৰৱ আদি প্ৰকাশ কৰিবলৈহে লোকগীতি বিলাক স্বতস্ফূৰিত ভাৱে ৰচনা কৰিছিল। কিন্তু মানুহৰ মাজত যেতিয়া কলা কুশলতা বৃদ্ধি পাবলৈ ধৰিলে, আৰু নানা প্ৰকাৰ কলা-চিত্ৰই মানুহৰ মনত ঠাই পাব ধৰিলে তেতিয়া দেখিলে যে সেই আদিম লোকগীতিৰ সৰল সুৰ-ঝঙ্কাৰে তেওঁলোকৰ মনৰ প্ৰেৰণা প্ৰস্ফুটিত কৰিব নোৱাৰে। তাৰ ফল স্বৰূপে আজিৰ এই উচ্চাঙ্গ সঙ্গীতৰ উদ্ভাৱন সম্ভৱ হ’ল। তেতিয়া নানা প্ৰকাৰ দেৱ-প্ৰশস্তি, ৰাজ-প্ৰশস্তি আদিৰ নিমিত্তে এই সঙ্গীতৰ সুৰৰ লহৰ আৰু ঠাচৰ-বিকাশ উত্তৰোত্তৰ বাঢ়ি গৈ আজিৰ অৱস্থা পাইছেহি। এই উচ্চাঙ্গ সঙ্গীতৰ জন্মস্থান হৈছে দেৱগৃহ, আশ্ৰম, ৰাজসভা আৰু ধনাঢ্যসকল। এইবিলাকৰ পৃষ্ঠপোষকতাৰ ফলতেই এই সঙ্গীত

পৰিপুষ্ট হৈ আহিছে। এই লোকগীতি আৰু সঙ্গীতৰ পাৰ্থক্য প্ৰথম ভাগৱত লেখা সময়তে দেখা দিছে। শ্ৰীকৃষ্ণই নিজে উচ্চাঙ্গ সঙ্গীত গাই গোপীসকলক লোকগীতি গাবলৈহে কোৱা ৰাসক্ৰীডাত বৰ্ণোৱা আছে। ইয়াৰ পিছত দাস ডাঙৰীয়াই ভাৰতৰ প্ৰাচীন উচ্চাঙ্গ সঙ্গীত কেনেকৈ মুছলমান পাটছাই সকলৰ দিনত কাল আৰু স্থানৰ প্ৰভাৱত সংমিশ্ৰিত এটি সামগ্ৰী হৈ উঠিছিল তাক মিয়াঁমল্লাৰ, দৰবাৰী কানাড়া আদি নতুন ৰাগ-ৰাগিনীৰ নামৰ পৰা ফহিয়াই দেখুৱাইছিল। দুৰ্গাবৰী, পীতাম্বৰী আদি পুৰণি অসমীয়া গীত সম্বন্ধে আলচ কৰি তেওঁ কৈছিল—ইতিহাসে কয় যে কামৰূপ প্ৰায় ১৩ শ বছৰৰ আগৰপৰা বহু দিনলৈকে এখন বিশাল সাম্ৰাজ্য আছিল। গোটেই অসম আৰু বিহাৰৰ আধামানলৈকে ই বিস্তৃত আছিল। কিন্তু ইয়াৰ ৰাজধানী আছিল প্ৰাগজ্যোতিষত বা গুৱাহাটী অঞ্চলত, অৰ্থাৎ অসমত। কাজেই আমি ধৰি লব পাৰোঁ যে মধ্যবিহাৰ অঞ্চলৰ পৰা গোটেই অসমখনৰ কলা-কৃষ্টিৰ কেন্দ্ৰ ৰাজধানী প্ৰাগজ্যোতিষপুৰত অৰ্থাৎ গুৱাহাটীতে আছিল আৰু তাৰপৰাই গোটেই প্ৰদেশতে এইবাৰ বিকীৰিত হৈছিল। সেই হেতুকে আমাৰ প্ৰাচীন কামৰূপী সঙ্গীত মুছলমান সভ্যতাৰ গোন্ধ নোপোৱা বিধৰ হব লাগিব। ** কামৰূপৰ উচ্চাঙ্গ সঙ্গীত আমাৰ চাৰিওপিনে থকা পৰ্বতীয়া ভাইসকলৰ আৰু আমাৰ ভৈয়ামৰো লোকগীতিৰ সংমিশ্ৰণত বহু ৰূপান্তৰ হবলৈ বাধ্য হ'ল। এই গীতবিলাকক আমি দুৰ্গাবৰী, পীতাম্বৰী আদি বুলি জানো। **আমি আমাৰ দুয়োবিধ কামৰূপী সঙ্গীত অৰ্থাৎ দুৰ্গাবৰী' আৰু বৰগীত এই দুয়োবিধকে বৰ্তমানৰ উচ্চাঙ্গ সঙ্গীতৰ ৰাগলৈ ভাঙি নিব খুজিলে ভুল কৰা হব। তাকে নকৰি যথাসম্ভৱ শীঘ্ৰে অৰ্থাৎ নব্য প্ৰভাৱেৰে এই গীতবিলাক বঞ্চিত নহওতেই উদ্ধাৰ কৰিব লাগে।- সেইবিলাকৰ স্বৰলিপি কৰি লব লাগে। ইয়াৰ পিছৰ কাম হব প্ৰত্নতাত্ত্বিকৰ।

পুৰাতত্ত্ব খুচৰিবলৈও লক্ষ্মীদাসে ভাল পাইছিল। পণ্ডিত

ৰাজমোহন নাথ ছিলঙৰ পৰা আহিলে পুৰাতত্ত্ব আলচ কৰিবলৈ তেওঁক এবাৰ নহয় এবাৰ লগ ধৰিবই ধৰিব। দুয়ো কেতিয়াবা ঘণ্টাৰ পিছত ঘণ্টা আলাপ-আলোচনাতে কটাই দিছিল। নীলাচল পৰ্বতৰ শিলালিপি উদ্ধাৰত লক্ষ্মীনাথৰ অৰিহণা এলাপেচা বিধৰ নাছিল।

লক্ষ্মীনাথৰ সাহিত্য চৰ্চা সম্পৰ্কে এদিন তেওঁৰ এজন বন্ধুৱে সুধিলে— দাস, আপুনি বিজ্ঞানৰ মানুহ, বিজ্ঞান জগতৰ অসংখ্য কথা জানে, জানক, কিন্তু সাহিত্য কেনেকৈ শিকিলে? কাব্য-নাটক আদি সাহিত্য পঢ়া ৰাপটো আপোনাৰ উপজিল কেনেকৈ? উত্তৰত লক্ষ্মীনাথে কলে,—সাহিত্য তো মই নাজানো। মোৰ মনটোত নজনাটো জানিবলৈ খুটখুটাই থাকে। প্ৰেছিডেন্সি কলেজত পঢ়া কালত একেটা কোঠাতে বাণীকান্তৰ লগত যেতিয়া আছিলোঁ, তেতিয়া তেওঁৰ লগত এটা বন্দবস্ত হৈছিল—এটা দেওবাৰে মই তেওঁক বিজ্ঞানৰ ন ন ৰহস্যবোৰৰ কথা কব লাগিব, পিছৰটো দেওবাৰে তেওঁ মোক সাহিত্যৰ কথা কব। দুয়ো তাকে কৰোতে মই বহুত শিকিলোঁ, তেওঁ কিন্তু মোৰপৰা বিশেষ একো শিকিব নোৱাৰিলে হবলা। তেওঁ মোক কালিদাসৰ কাব্যবোৰৰ ৰসাস্বাদন কৰিবলৈ শিকাইছিল। তাতেই পোনতে মোৰ সাহিত্যৰ প্ৰতি আগ্ৰহ জন্মিছিল। তেতিয়াৰ পৰা বাণীকান্তৰ লগত পৰি সাহিত্যৰ ভাল-বেয়া বস্তু বছা কামত মই আমোদ পাবলৈ ধৰিলোঁ। সেয়ে বোধ হয় সমালোচনা।

সৰু কালত লক্ষ্মীনাথে দেউতাক ভোলানাথ দাসৰ লিখা-পঢ়া কৰা মেজৰ ওচৰলৈ গৈ কেতিযাবা কৌতূহল বশতঃ দেউতাকৰ লিখা ভুমুকিয়াই চাইছিল। দেউতাকে এদিন তেওঁক কৈছিল—বা, তইঁতে সাহিত্য কৰিব নালাগে, ময়ে কৰি ফলাইছোঁ। কষ্ট কৰি লেখি, টকা ভাঙি প্ৰকাশ কৰি দেশৰ গালি খাইছোঁ। অঙ্ক কৰগৈ, বিজ্ঞান পঢ়'।

আৰু এদিনৰ কথা। জাৰকালি জুইশালত বহি থাকোঁতে লক্ষ্মীনাথে দেউতাক ভোলানাথক সুধিলে—দেউতা, আপোনাৰ

নামটোৰে লিখা-'ভোজন সুমিষ্ট চাও' পদ্যটোৰ আহিঁ ময়ো মোৰ নামটোৰ এটা পদ্য উলিয়াইছোঁ, হৈছে নে? পদ্যটো আছিল—

লয় হয় চন্দ্রকলা অমাবস্যা ৰাতি।
ক্ষয় হৈ যায় দিন পালে মাহ কাতি॥
মীনৰ বহুত ডিমা জনম হোৱয়।
নাথাকে সিমান কিন্তু জানিবা নিশ্চয়॥
থৰ হৈ মনে গুণি চোৱা শিশু ভাই।
লক্ষ্মীনাথ নাম মোৰ বিচাৰিলে পায়॥

দেউতাকে পঢ়ি চাই কলে হৈছে যা; ইয়াত বিজ্ঞানৰ কথাও অলপ আছে। বিজ্ঞান ভালকৈ পঢ়িবি। লক্ষ্মীনাথে বিজ্ঞানত মন দিলে কিন্তু সাহিত্যৰ ৰিঙা ভাববোৰে মাজে মাজে তেওঁৰ মনত ভুমুকি নিদিয়াকৈ নাথাকিল।

সাহিত্যত লক্ষ্মীনাথৰ বৰঙণি তাকৰ হলেও সাহিত্য-সৃষ্টিত আনক সহায় কৰাত তেওঁৰ অবিহণা কম নহয়। বিষ্ণু গোস্বামীৰ 'কুবেৰ' নাটকৰ কেৱল ভাষাহে গোস্বামীৰ, নাটকীয় পৰিবেশ সৃষ্টি, মঞ্চকৌশলৰ ইঙ্গিত, ঘটনা পৰিবেশৰ ক্রম, ভাষাৰ যোগ্যতা অর্থাৎ কেনে ভাষা ক'ত হব লাগিব আদিৰ বিচাৰ ইত্যাদি বাকী সকলোবোৰ লক্ষ্মীনাথৰ। তেনেকৈ জ্যোতি আগৰৱালা কয়, 'শোণিতকুঁৱৰী' লিখোতে তেওঁৰপৰা কম সহায় পোৱা নাছিল। প্রসন্ন চৌধুৰীয়ে তেওঁৰ আৰু উমেশ বৰুৱাৰ লগ হৈ Song of the Volga Riverৰ অনুসৰণত ব্ৰহ্মপুত্ৰ সঙ্গীত ৰচনা কৰিছিল।

তেওঁৰ এম-এছ-চি পাছ কৰিয়ে লিখা 'স্পন্দন' প্রবন্ধ আজিও অনেক পাঠ্যপুথিৰ পথিতব্য পাঠ। শ্রীঅমিয়কুমাৰ দাস 'বাঁহী'ৰ সম্পাদক থকা সময়ত তেওঁ 'মেৰপাকৰ মহৎ আবিষ্কাৰ' শিতানৰ গল্প এটা লিখি ১৮৪৬ শকৰ বহাগ সংখ্যা 'বাঁহী'ত প্রকাশ কৰিছিল। তাতো তেওঁ বিহুৱা কাইৰ দ্বাৰা প্রমাণ কৰাইছিল—

'কৰ্ণ পাতি শুনা সাৱধানে—বাইজসকল, এই পৃথিৱী ঘূৰ্ণীয়া।' ইয়াক এটা বৈজ্ঞানিক গল্প বোলা যায়।

১৯৫৬ চনৰ ধুবুৰী অধিবেশন, অসম সাহিত্য সভাত লক্ষ্মীনাথে বিজ্ঞান শাখাৰ সভাপতি হৈছিল। সেই উপলক্ষে দাস ডাঙৰীয়াই পাঠ কৰা অভিভাষণখন অসমীয়া সাহিত্যৰ এপদ অলঙ্কাৰ স্বৰূপ হৈ আছে। তাত তেওঁৰ কলামোদী বৈজ্ঞানিক মনটোৰ স্বৰূপ প্ৰকট হৈ পৰিছিল। নিজৰ বিষয়ে ক'তো একো জাহিৰ কৰিবলৈ ভাল নোপোৱা এই মানুহজনে তেতিয়া কবলৈ বাধ্য হৈছিল—বিজ্ঞানৰ লগত মোৰ সম্বন্ধ কাহানিবাই ছিগিল, কেৱল দূৰণিবটীয়া মিত্তিৰ-কুটুমৰ আলেঙে-আলেঙে খা-খবৰ লোৱাদি অলপ ভু ৰখাত বাহিৰে বিজ্ঞানৰ মোৰ লগত একো সম্বন্ধ নোহোৱা হৈছে। আজিৰ বিজ্ঞান অতীৱ জটিল শাখা-প্ৰশাখাৰে সৈতে ইমান কোবেৰে আগবাঢ়ি গৈছে যে মইহে নালাগে ডাঙৰ ডাঙৰ পণ্ডিতৰো আকোৱালি নোপোৱা অৱস্থা হৈছেগৈ।

লক্ষ্মীনাথৰ সাহিত্যিক শেষ ৰচনা '৺গিৰীশ বৰুৱা—মানুহজন'। তেওঁৰ আশৈশৱ বন্ধু গিৰীশ বৰুৱা তেওঁৰ মনৰ কিমান ওচৰত আছিল তাক তেওঁৰ সেই প্ৰবন্ধটো পঢ়িলে বুজা যায়। গিৰীশ বৰুৱা ঢুকুৱাত তেওঁ কিছুমান টুকুৰা কাকতত সেইবোৰ লিখি থাকি শেষত কিতাপৰ তলত লুকাই থৈছিল। এদিন নি গুৱাহাটী আলোচনা চক্ৰত পাঠ কৰা হ'ল। বাতৰি কাকতত তাৰ প্ৰশংসা প্ৰকাশ হোৱাতহে তেওঁৰ গাত চেতনা জাগে।

লক্ষ্মীনাথৰ অসমীয়া ৰচনাশৈলী অনন্যসাধাৰণ। গিৰীশ বৰুৱাৰ বিয়োগত লিখা প্ৰবন্ধটোৰ প্ৰথমৰ বাক্যকেইটাই তাক আৰু অধিক স্পষ্ট কৰি তুলিব। তেওঁ আৰম্ভ কৰিছে—"নাই, শ্ৰীগিৰীশচন্দ্ৰ বৰুৱা আৰু নাই। ঢুকাল। মোৰ বন্ধু, সৰুৰে পৰা মোৰ বন্ধু। তেওঁৰ লেংপেঙীয়া খোজ দেখি ইস্কুলীয়া দিনত ধেমালিতে 'গিল্পিৰ' বুলি মাতিছিলোঁ। অসন্তোষ মুঠেই নাই। 'কি' বুলি উত্তৰ দিছিল।"

আগতে আভাস দিয়া হৈছে যে লক্ষ্মীনাথৰ চৰিত্ৰৰ এটা বিশেষ গুণ আছিল এই যে তেওঁ নিজে পোহৰলৈ আহি কাৰ্য্যকাৰক হিচাপে দেখা দিয়াতকৈ পাছৰ পৰা আনক ঠেলি আগলৈ পঠিয়াই তেওঁক সৰ্বতোপ্ৰকাৰে সহায় কৰি আনন্দ লভিছিল। এনে চৰিত্ৰ বিৰল বুলিব পাৰি।

মঞ্চত অভিনয় লক্ষ্মীনাথে কেতিয়াও নিজে কৰা নাছিল, কিন্তু অভিনয় পৰিচালনা কৰি, তাত দিহা পৰামৰ্শ দি আৰু অভিনয়ৰ কৃতকাৰ্য্যতা লাভৰ কাৰণে বুদ্ধি-কৌশল উলিয়াই তেওঁ সদায় আমোদ পাইছিল। জ্যোতিপ্ৰসাদ, অতুল হাজৰিকা, প্ৰসন্নলাল চৌধুৰী আদি নাট্যকাৰ সকলে তেওঁৰ সাহায্যৰ কথা নানা ঠাইত নানাভাৱে স্বীকাৰ কৰি গৈছে। বিজুলীবস্তিৰ প্ৰযোগ নোহোৱা যুগতেই কুমাৰ ভাস্কৰ মন্দিৰত পেট্ৰোমাক্স লাইটৰ সহায়তেই তেওঁ পোহৰৰ খেলা দেখুৱাই দৰ্শকক চমক লগাইছিল।

লক্ষ্মীনাথ দাসে এম-এছ-চি পাছ কৰি উঠিয়ে 'ফৰেষ্ট ই-এ-চি' বা জঙ্ঘল বিভাগৰ হাকিমৰ প্ৰশিক্ষণৰ কাৰণেও বাছনি পৰীক্ষা দিছিল। সেইবাৰ কাৰবাৰ বুদ্ধিত অসম চৰকাৰে ঘোষণা কৰিলে যে সেই পৰীক্ষাত হিন্দু-মুছলমান অসমীয়া-ছিলটীয়া আদিৰ বাচ-বিচাৰ নহব, যোগ্যতাৰ ওপৰতে নিৰ্বাচন হব অৰ্থাৎ যিয়ে আটাইতকৈ বেছি নম্বৰ পায় তেৱেঁই নিৰ্বাচিত হব আৰু তেনেকৈ প্ৰথম আৰু দ্বিতীয় হোৱা দুজনক ডেৰাডুনলৈ প্ৰশিক্ষণ লবলৈ পঠোৱা হব। সকলোৱে ভাবিছিল সিটো উপত্যকাৰ লোকে এই সুবিধা পাব। পৰীক্ষাৰ কাকত চোৱাইছিল ডেৰাডুনত—যাতে নিৰপেক্ষতাত কাৰো সন্দেহ নাথাকে। ফলত হল কি? প্ৰথম হল লক্ষ্মীনাথ দাস আৰু দ্বিতীয় হল সিদ্ধিনাথ শৰ্মা। দুয়োবো কিন্তু হাবিৰ হাকিম হোৱাটো নহল। হাবিয়ে-জঙ্ঘলে ঘূৰি প্ৰশিক্ষণ লবলৈ দাস সমৰ্থ নহল, শৰ্মাই বঙালী অধ্যাপকৰ লগত অসমৰ বিষয়ে তৰ্ক-বিতৰ্ক কৰি হিংসাত তিষ্ঠিব নোৱাৰি গুচি আহিল।

লক্ষ্মীনাথ দাসৰ সমনীয়া আৰু কনিষ্ঠ অন্তৰঙ্গ বন্ধুসকলৰ ভিতৰত উমেশ চৌধাৰী, ৰাজমোহন নাথ, গিৰীশচন্দ্ৰ বৰুৱা, হৰেন্দ্ৰনাথ বৰুৱা, ৰত্নেশ্বৰ বৰদলৈ, শ্ৰীপূৰ্ণ ভৰালী, শ্ৰীপ্ৰসন্নলাল চৌধুৰী, উমেশচন্দ্ৰ বৰুৱা আৰু শ্ৰীঅতুলচন্দ্ৰ হজাৰিকাৰ নাম বিশেষ উল্লেখযোগ্য।

পৰোপকাৰ কৰি দাসে কেনে তৃপ্তি লাভ কৰিছিল তাৰে ক্ষুদ্ৰ উদাহৰণ এটা দিলেই হব। এদিন ভাদমহীয়া ডবাপিটা বৰষুণ মূৰত লৈ চাইকেল ঠেলি ঠেলি তেওঁ শৰণীয়া পাহাৰৰ ডঃ ভুবনেশ্বৰ বৰুৱাৰ বাসভৱনলৈ যাব লাগিছে। ডাঃ বৰুৱাই খিৰিকীৰে তেওঁক দেখি ভাবিলে আজি নিশ্চয় লক্ষ্মী দাসৰ ঘৰত কাৰবাৰ ডাঙৰ নৰিয়া হৈছে। গৈ পোৱাৰ লগে লগে ডাক্তৰে বৰ আস্তবেস্তকৈ সুধিলে—“কি লক্ষ্মী, কাৰ কি হৈছে?” দাসে চাইকেলখন থৈ কলে—“কাৰো একো হোৱা নাই ৰবা। সেই মানুহটো কিন্তু তেনেই মৰিল। পৰিয়াল এমখা, দৰ্মহাৰ টকানো পায় কেইটা? আজি মিটিং আছে তুমি তাৰ কাৰণে একেষাৰ কব লাগিব।” “কাৰ বিষয়েহে, কাৰ বিষয়ে?” “সেই তিতাৰামৰ হে।” কিছুদিন পিছত ডাঃ বৰুৱাই এই কাহিনীটো লোকপ্ৰিয় বৰদলৈক কোৱাত বৰদলৈয়ে উত্তৰ দিছিল—“এৰা ডাক্তৰ, লক্ষ্মীৰ দৰে মানুহ হলে দেশখন চলোৱা টান নহয়। আজিলৈকে মই মানুহ এজনকেই পালোঁ। যি নিজৰ কাৰণে মোক অকণো আমনি দিয়া নাই। কোনো দিনে নিজৰ বাবে একো কোৱা নাই। তোমাকো তেওঁ নিজৰ কম দৰ্মহাৰ কথা নকৈ আনৰ কথাহে কৈছিল।”

এয়ে আছিল সৰল, সৰবৰহী, বহুগুণী লক্ষ্মীনাথ দাস।

# প্ৰতিভাৰ অগ্নিস্ফুলিঙ্গ ঃ ডেকাফুকন

## অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা

### আগকথা ঃ

জীৱনত কোনো দিনে কাৰো আগত হাৰ নমনা, আনকি বয়স আৰু বাৰ্ধক্যকো তাচ্ছিল্য কৰি যৌৱনৰ লগত সঠামিতিৰালি পাতি থকা মহেন্দ্ৰনাথ ডেকাফুকন অৱশেষত যোৱা ১৮ মাৰ্চ (১৯৭৪) সোমবাৰে নগাঁৱৰ বাজ্যিক চিকিৎসালয়ত শেষ শয্যা গ্ৰহণ কৰিবলৈ বাধ্য হ'ল। হাতত ছমন লৈ শমন হাজিৰ হ'ল, লগে লগে 'বীৰবাহু ৰণত পৰিল'। এক দুৰ্বাৰ শক্তি, এক অনিৰুদ্ধ গতি কাল-সাগৰত মাৰ গ'ল, এক বজ্ৰকঠোৰ কণ্ঠ চিৰদিনলৈ নিস্তব্ধ হৈ গ'ল। বহুমুখী প্ৰতিভাৰ এটি অগ্নিস্ফুলিঙ্গ নিৰ্বাপিত হ'ল। মৃত্যুৰ সময়ত তেওঁৰ বয়স ৭৭ বছৰমান হৈছিল কিজানি। সি যি নহওক আমাৰ অগ্ৰজস্থানীয় এই শিল্পীজনৰ বিষয়ে ব্যক্তিগতভাৱে যিখিনি জানো, তেওঁৰ অন্তৰ্ধানত তাকেই স্মৰণ কৰিবলৈ হাতত কাপ তুলি লৈছোঁ।

### পৰিয়ালৰ কথা ঃ

গুৱাহাটীৰ পশ্চিমপ্ৰান্ত ভৰলুমুখৰ লুইতৰ দাঁতিত যিদৰে এটি ফুকন-পৰিয়াল ঘাইকৈ ৰাজনীতি আৰু চিকাৰৰ কাৰণে অতিশয় বিখ্যাত সেইদৰে পূবপ্ৰান্তৰ নাওজানৰ দাঁতিৰ ফুকন-পৰিয়াল এটিও কলা-সংস্কৃতিৰ ক্ষেত্ৰত বিশেষভাৱে জনাজাত। এই পৰিয়ালৰে এসময়ৰ গুৱাহাটীৰ এজন জনাজাত নাগৰিক আছিল ডেকাফুকনৰ দেউতাক লক্ষ্মীনাথ ফুকন ডাঙৰীয়া। মাক জয়ন্তী দেৱী। শিল্পী, নাট্যকাৰ সৰ্বেশ্বৰ চক্ৰবৰ্তীৰ দেউতাক ৺কামেশ্বৰ চক্ৰবৰ্তী মহেন্দ্ৰনাথৰ মোমায়েক। এই চক্ৰবৰ্তী আৰু ফুকন পৰিয়ালৰ

অভিনয়প্ৰীতি গুৱাহাটীত সৰ্বজনবিদিত। বৰ্তমানে নাওজানৰ বৰঠাকুৰ পৰিয়ালৰ টোলেই আছিল লক্ষ্মী ফুকনৰ টোল। এই টোলতেই মহেন্দ্ৰনাথৰ শৈশৱকাল আৰু বাল্যজীৱন অতিবাহিত হৈছিল। বেজবৰুৱাৰ দৰে তেওঁৰো জন্ম হৈছিল হেনো নাৱৰ বুকুত। পূৰ্বতে লক্ষ্মীনাথ ফুকনৰ নিজা মাটি-ঘৰ আছিল ভৰলুমুখৰ ফুকন উদ্যানৰ পূবফালে থকা লুইতৰ দাঁতিত। ককাই ছজন। ডেকাফুকনৰ মুমলীয়া ভনীয়েক যোৰহাট বজামইদামৰ শ্ৰীমতী মৃণালিনী দেৱীয়ে তেওঁলোকৰ পৰিয়ালৰ চিনাকি দি জনাইছে এইদৰে : "আমাৰ ভাই-ভনীৰ সংখ্যা চৈধ্যজন বুলি আইতাই কোৱা শুনিছিলোঁ। মই অৱশ্যে ভালকৈ নেজানো। কিন্তু ময়েই ঘৰখনত আটাইতকৈ মুমলীয়া আছিলোঁ। মোৰ ক্ৰমিক সংখ্যা ১৪ নং। মোৰ ককাই আছিল ছজন। প্ৰথম গৰাকী বাইদেউ ৺হিৰন্ময়ী গোস্বামী। তেওঁ ছত্ৰাকাৰ দেৱালয়ত আছিল। দ্বিতীয় গৰাকী ৺কিৰণময়ী বৰুৱা। তেওঁ যোৰহাটৰ ডাঃ সুনিল বৰুৱাৰ মাক। তৃতীয় গৰাকী বাইদেউৰ নাম শ্ৰীমতী ৰত্নময়ী চক্ৰৱৰ্তী। তেওঁ আছে যোগীখোৱাত। তাৰ পিছত আৰু এজনী ছোৱালী জন্ম হৈ মৰে বুলি শুনিছোঁ। চাৰিজনী বাইদেউৰ পিছত জন্ম হৈছিল বৰদাদা মহেন্দ্ৰনাথৰ। তাৰ পিছত আৰু দুটা ল'ৰা ওপজাৰ পিছতে মৰে। তাৰ পিছত জন্ম হয় ক্ৰমে মাজুদাদা ৺যোগেন ফুকন (যোগী), সৰুদাদা ৺শৈলেন ফুকন (শৈল)। আৰু তিনিজন ককাই মোৰ জন্মৰ আগতে ঢুকায় বুলি শুনিছিলোঁ। তেওঁলোক আছিল ধীৰেন, হেমেন (খগেন) আৰু ৰাজেন (ৰাজু)। সৰ্বশেষত উপজিছিলোঁ আমি দুজনী ছোৱালী। মোৰ ওপৰৰ বাইদেউ গৰাকী উত্তৰ শালমৰাত আজিও আছে। তেওঁৰ নাম শ্ৰীমতী লাৱণ্য চক্ৰবৰ্তী (লিলি)। সৰ্বকনিষ্ঠা মই অভাগিনী শ্ৰীমতী কমলিনী বৰুৱা (ঘৰুৱা নাম যিনি)। বৰদাদাই মোক বৰ মৰম কৰিছিল। মুমলীয়াজনৰ লতাশিল স্কুলত পঢ়ি থাকোঁতেই অকাল মৃত্যু হয়। দুই ভাই ধীৰেন্দ্ৰনাথ আৰু হেমেন্দ্ৰনাথ আছিল মাণিকচন্দ্ৰ মধ্য ইংৰাজী স্কুলত মোৰ সহপাঠী। তেতিয়া এই

দুজন ভাই-ককাই (বীৰেন্দ্ৰ আৰু হেমেন্দ্ৰ) লুইতৰ উজান বজাৰ পকীঘাটত গা ধোওঁতে পানীত বুৰি অকালতে মৃত্যুৰ মুখত পৰে। জীয়াই থকা হলে এই দুজনেও অন্ততঃ চিত্ৰবিদ্যাত সুখ্যাতি আৰ্জিব পাৰিলেহেতেন। তেতিয়াই আমি তেওঁৰ উজ্জ্বল সম্ভাৱনা দেখা পাইছিলোঁ। অলপতে মাত্ৰাজত স্বৰ্গী হোৱা যোৰহাটৰ খ্যাতিমান অভিনেতা ডাঃ মুনিন বৰুৱা আছিল ডেকাফুকনৰ ভাগিন। ফুকনৰ দ্বিতীয় ভাতৃ যোগেন্দ্ৰনাথ ফুকন (য়োগী ফুকন) আৰু শৈলেন্দ্ৰনাথ ফুকনো এসময়ত কামৰূপ নাট্য সমিতিৰ কুমাৰ ভাস্কৰৰ লেখৰ অভিনেতা আছিল। যোগেন ফুকনে নাৱিক হৈ সাগৰৰ জাহাজেৰে গোটেই পৃথিৱী ভ্ৰমণ কৰিছিল। শৈলেন ফুকনো কিছু পৰিমাণে হলেও ককায়েক ডেকাফুকনৰ গুণৰ অধিকাৰী হৈছিল। তেওঁ খনচেৰেক কাব্য পুথি ৰচনা কৰিও প্ৰকাশ কৰিছিল। এই ফুকন পৰিয়ালটোৱে বিস্তৰ ভূ-সম্পত্তি এহাতে যেনেকৈ আৰ্জিছিল আনহাতে সেইবোৰ তেনেকৈ হেৰুৱাইছিলো।

## দুটা স্মৃতি ঃ

মই যেতিয়া হাইস্কুলৰ তলশ্ৰেণীত মহেন্দ্ৰনাথ তেতিয়া ওপৰশ্ৰেণীত। মই যেতিয়া কটনত সোমাইছিলোঁ তেতিয়া তেওঁৰ কলেজীয়া শিক্ষাৰ লগত বিচ্ছেদ ঘটিছিল। সেই কালৰ দুটা প্ৰধান স্মৃতি আজিও স্পষ্টভাৱে মোৰ মনৰ দাপোণত জিলিকি আছে। প্ৰথমটো হৈছে উজান বজাৰ নাট্য মন্দিৰত প্ৰবেশিকা পৰীক্ষা দিয়াৰ পিছত মহেন্দ্ৰনাথৰ সম্ভৱতঃ নাট্যমঞ্চত প্ৰথম প্ৰবেশ। তেওঁলোক প্ৰবেশিকা পৰীক্ষাৰ্থীবিলাকে মঞ্চত তোলা নাটখন আছিল বঙলা 'বিজিয়া'ৰ অসমীয়া ৰূপান্তৰ 'তিলোত্তমা'। মহেন্দ্ৰনাথেই অভিনয়ৰ নায়িকা তিলোত্তমাৰ ভাৰত ওলাইছিল, কৃতকাৰ্য্যও হৈছিল। তাৰ পিছত তেওঁক আৰু কোনো দিনে তিৰোতাৰ ভাও লোৱা দেখা নাছিলোঁ। মোৰ মনত পৰা আনটো স্মৃতি হৈছে লতাশিল খেলমাটিত সাহিত্যৰথী

বেজবৰুৱাৰ পৌৰহিত্যত অনুষ্ঠিত হোৱা অসম ছাত্ৰ সন্মিলনৰ প্ৰথম অধিবেশনত উমেশ চৌধাৰী ৰচিত 'মনাই বৰাগী' নামৰ এটা কবিতাৰ সুললিত নাটকীয় ভঙ্গীৰ আবৃত্তি। মোৰ ল'ৰা মনেই অনুভৱ কৰিছিল যে সেইজন নিশ্চয় এজন ভাল ভাৱৰীয়া।

## কৰ্মজীৱন

কলেজীয়া জীৱনৰ পাতনি মেলাৰ অলপ দিন পিছতে প্ৰথম বাৰ্ষিক শ্ৰেণীতে মহেন্দ্ৰনাথৰ শিক্ষা-জীৱন সাং হয়। ১৯২১ চনৰ অসহযোগ আন্দোলনত যোগ দি কাৰাগাৰত সোমাই তেওঁ মাতৃপূজাৰ বাবে হাড শুচি কৰি লয়। কৰ্মজীৱনত তেওঁ লেলেতীয়াকৈ কোনো এটা কামতে লাগি থকা নাছিল। কিছুদিন অৰণ্যে ৰেঙ্গুনলৈ গৈ শ্ৰীসুৰেশচন্দ্ৰ ভট্টাচাৰ্য্য সম্পাদিত 'ৰেঙ্গুন-মেইল' কাকত আৰু ছিঙ্গাপুৰলৈ গৈ ছিঙ্গাপুৰ-মেইল নামৰ কাকতৰ লগত জড়িত হৈ বিদেশ ভ্ৰমণ কৰাৰ উপৰি অলপ দিন সাংবাদিক জীৱনৰো সোৱাদ লয় আৰু তাৰ পিছত কলিকতালৈ আহি তেওঁৰ বন্ধু বিখ্যাত উদ্যোগপতি আলামোহন দাসৰ ব্যৱসায়ত যোগ দিয়ে। এই গৰাকী আলামোহন দাসক হেনো মহেন্দ্ৰনাথে ৰেঙ্গুনত থকা কালত আলহী হিচাপে ৰাখিছিল। সেই সময়ত কলিকতাত দাসৰ ভাগ্যলক্ষ্মী সুপ্ৰসন্ন হোৱা নাছিল। দাসদেৱৰ আশ্ৰয়ত থাকি মহেন্দ্ৰনাথে এটা ছাপাখানা পাতি থাকিবলৈ সুবিধা পাইছিল যদিও বেছিদিন তেওঁ কলিকতাত প্ৰবাসুৱা হৈ থাকিলৈ টান পালে। ইয়াকে বোলে মন নবহে আইৰ ঘৰত, থৈ আহ পৈৰ ঘৰত। ঘৰৰ ল'ৰা ঘৰলৈ ঘূৰি আহি পুনৰ মহেন্দ্ৰনাথে গুৱাহাটীত থিতাপি লাগিল। শেষ জীৱনত মাহচেৰেক তেওঁ মুখ্যমন্ত্ৰী বিমলা চলিহাৰ অনুগ্ৰহত অসম চৰ্কাৰৰ প্ৰচাৰ বিভাগৰ পদ এটা লৈছিল, দৰ্মহাও পাইছিল ভালেই। কিন্তু তেওঁৰ স্বাধীন সত্তাক চেপা মাৰি ধৰি ৰাখে কোনে? চৰ্কাৰী প্ৰচাৰ যন্ত্ৰৰ লগত তাল মিলাব নোৱাৰি অলপ দিনৰ পিছতে ৰসতে নাম থৈ সেই পদকো তিনি তালাক দিলে।

সঙ্গীত-কবি উমেশ চৌধাৰী, স্বভাৱবিজ্ঞানী লক্ষ্মীনাথ দাস আৰু সাহিত্য সাধক দৈবচন্দ্ৰ তালুকদাৰ মহেন্দ্ৰনাথৰ বাল্যবন্ধু আৰু ছাত্ৰ-জীৱনৰ মনে-প্ৰাণে মিলা লগৰীয়া আছিল। উমেশচন্দ্ৰ আছিল মহেন্দ্ৰনাথৰ মিতা, বিষ্ণুপ্ৰসাদ ৰাভা আছিল বান্ধৈ। এই মিতা আৰু বান্ধৈৰ বান্ধ এৰাব নোৱাৰা কৰাল আছিল। এই লিখক আছিল তেওঁৰ স্নেহভাজন 'অতুল বোপা'। মনে-চিতে ভালপোৱা সকলক তেওঁ সদায় এটা আপোন সম্বন্ধ ধৰি মাতিছিল যেনে, নাৰাদা (কুমুদেশ্বৰ গোস্বামী), বাবুলদা (শিশিৰ বৰুৱা), ৰাপিদা (মাণিক চৌধাৰী), পণ্ডিৎ খুৰা (ৰঘুনাথ চৌধাৰী), মীন ককাই (মীন বৰদলৈ)। তদুপৰি অমুক পেহা, তমুক তাৱৈ, অমুকী জেঠাই, তমুকী আমৈ আদি। সমনীয়া আৰু কনিষ্ঠ বহুতক তেওঁ উকা নামটোৰে মাতিছিল যদিও তাতে আছিল মৰমৰ বোল যেনে, দৈব (দৈব তালুকদাৰ), লক্ষ্মী (লক্ষ্মীনাথ দাস), মহিবুদ্দিন (মহিবুদ্দিন আহমেদ), জ্যোতি (জ্যোতিপ্ৰসাদ আগৰৱালা), যুগল (যুগলকুমাৰ দাস) আদি। এই মাতকথাৰ মাজতো শিল্পীজনাৰ বৈশিষ্ট্য ফুটি ওলাইছিল। মহেন্দ্ৰ-প্ৰতিভা মূৰ্ত হৈ ফুটি উঠিছিল কথাত-কামত, চকুৰ দীপ্তিত, বক্তৃতাৰ ভঙ্গীত। তেওঁক আমি কেৱল এটা ৰূপতেই দেখা পোৱা নাছিলো, দেখিছিলো বিভিন্ন ৰূপত, বিভিন্ন বেশত, যেন এক বহুৰূপী শিল্পীহে। কেতিয়াবা দেখিছিলো মুগাৰ চুৰিয়া পাটৰ পাগুৰিৰে, কেতিয়াবা দেখিছিলো খাকী হাফপেণ্ট আৰু চাহাবী হেটেৰে মিলিটাৰী বেশত, কেতিয়াবা আকৌ দেখিছিলো হাতত কোৰ, লগত জাপিৰে, কেতিয়াবা দেখিছিলো হাতত ত্ৰিশূল, গাত কৌপিনেৰে সন্ন্যাসী বেশত। লগত এজন বঙালী চেলা। সেই চেলাজন কোন আছিল সিও এটা দুৰ্বোধ্য সাঁথৰ। এনে বিসঙ্গতিবোৰ দেখি সঁচাকৈয়ে মানুহজননো কি আছিল বহু সময়ত ওপৰচকুৱা হৈ চালে বুজিবলৈ টানেই লাগিছিল কিন্তু এইবোৰৰ অন্তৰালত যে এক গভীৰ আৰু উগ্ৰ স্বদেশপ্ৰেম নিহিত হৈ আছিল সেই কথা হলে ভুই কৰিব নোৱাৰি।

## শিল্পী-জীৱন :

মহেন্দ্ৰনাথে ১৯২১ চনৰ অসহযোগ আন্দোলনত যোগ দি ৰাজনৈতিক জীৱন আৰম্ভ কৰিছিল কিন্তু তাৰো পূৰ্বে ল'ৰাকালৰ ছাত্ৰ-জীৱনতে তেওঁৰ শিল্পী-জীৱনৰ আৰম্ভ হৈছিল আৰু সি তেওঁৰ ওৰে জীৱনে অব্যাহত আছিল। সম্ভৱতঃ একতা সভাৰ সৰস্বতী প্ৰতিমাক অসমীয়া সাঁচত সজাই পৰাই তেওঁ সুন্দৰৰ আৰাধনাৰ শুভ সূচনা কৰি শিল্পী-জীৱনৰ পাতনি মেলিছিল। সেই সময়ত গুৱাহাটীত দুৰ্গা প্ৰতিমাই হওক বা সৰস্বতী প্ৰতিমাই হওক শাৰী পৰিধান কৰিছিল আৰু প্ৰতিমাৰ গাত বঙালী আ-অলংকাৰে শোভা পাইছিল। মহেন্দ্ৰনাথ উজানবজাৰৰ সম্ভ্ৰান্ত ধনিকৰ ডিম্ব বৰদলৈৰ ঘৰলৈ গৈ নিজে একতা সভাৰ অসমীয়াগটী প্ৰতিমা নিৰ্মাণ কৰিলে। প্ৰতিমাক অসমীয়া কেৰু-মণি, দুগদুগী আৰু মুগাৰ ৰিহা-মেখেলা পিন্ধাই মা সৰস্বতীক আই সৰস্বতীলৈ ৰূপান্তৰিত কৰি গুৱাহাটীৰ সাংস্কৃতিক জগতত আলোড়ণৰ ঢৌ তুলিলে। তেতিয়াৰপৰাই গুৱাহাটীত অসমীয়াগটী প্ৰতিমাৰ প্ৰচলন হ'ল। অনুৰূপভাৱে অসমৰ আন ঠাইতো অসমীয়া ঠাচত প্ৰতিমা নিৰ্মাণৰ পথ প্ৰদৰ্শন কৰিছিল নাট্যাচাৰ্য্য ইন্দ্ৰেশ্বৰ বৰঠাকুৰ ডাঙৰীয়াই। বৰঠাকুৰ আৰু ডেকাফুকনৰ সুযোগ্য শিষ্য ভাস্কৰ শ্ৰীযুগল দাস আজিও আমাৰ মাজত আছে। চিত্ৰাঙ্কন বিদ্যাতো মহেন্দ্ৰনাথ বিশেষভাৱে পাকৈত আছিল। তেওঁ অঁকা দুখন দৃশ্যপট কুমাৰ ভাস্কৰ নাট্য মন্দিৰত বহুদিনলৈকে জিলিকি আছিল। সেই দৃশ্যপটত শিল্পী ফুকনৰ বৈশিষ্ট্য আৰু কলাৰ স্বকীয়া দৃষ্টিভঙ্গী সহজে দৰ্শকৰ চকুত পৰিছিল। কটন কলেজৰ প্ৰতীকপটখনো নিৰ্মাতা আছিল মহেন্দ্ৰনাথ ডেকাফুকনেই। এই প্ৰতীক-পটত প্ৰাগজ্যোতিষত জ্ঞানৰ সূৰ্য্যোদয় মূৰ্ত কৰি তোলা হৈছে।

মৃত্যুৰ এবছৰমান আগতে তেওঁ ৰোগী হিচাপে গুৱাহাটী মেডিকেল কলেজৰ কোঠা এটাত এমাহমান কটাবলগীয়া হৈছিল। সেইখিনি সময়তে তেওঁ চৰ্কাৰী ৰোগী থকা খোঁটালীতেই বেৰে-

খিড়িকীয়ে ছবি আঁকি এটি চিত্ৰশালালৈ ৰূপান্তৰিত কৰিছিল। চিত্ৰৰ উপৰিও বেৰত স্বৰচিত কবিতাও লিখি ৰাখিছিল দৰ্শকৰ চকুত পৰাকৈ। হাসপতালৰ কটকটীয়া নীতি-নিয়মবোৰলৈ তেওঁ সমূলি কেৰেপ কৰা নাছিল, নীতি-নিয়মেহে তেওঁক মানি চলিবলৈ বাধ্য হৈছিল। ৰোগ-শয্যা পৰিহাৰ কৰি তেওঁ অটবিক্সা কাৰ্য্যালয়লৈ গৈ স্বাধীনতা-দিৱসত পতাকা উত্তোলন কৰিছিল, ক্ষন্তেকলৈ হলেও গাৰ ৰোগ পলাই ফাট মাৰিছিল।

## বিবাহিত জীৱন

কেৱল এয়ে নে? এই ডেকাফুকনেই মাজে সময়ে নপতা ফুকন হৈ গুৱাহাটী পৌৰসভাৰ আলি-পদূলি খাল্দি-কুৰি, আবৰ্জনা, জাবৰ-জোঠৰ পৰিস্কাৰ কৰি নগৰখনৰ সৌন্দৰ্য্য বৃদ্ধি কৰিবলৈ হাতে-কামে লাগি গৈছিল। পৌৰ কৰ্ত্তৃপক্ষ বা আন কোনেও তেওঁৰ কামত হেতাওপৰা কৰিবলৈ সাহস কৰা নাছিল। সেই সময়ত তেওঁ আছিল হেমচন্দ্ৰ ৰোডত বৰ্ত্তমান ভায়েক শৈলেন্দ্ৰ ফুকনৰ দালানঘৰ থকা ঠাইত এটা বিশেষত্বপূৰ্ণ জুপুৰিঘৰত। তুৰাৰমুখতে আছিল আলিৰ ইপাৰে ছোৱালী মাইনৰ স্কুলৰ প্ৰধান শিক্ষায়িত্ৰী মিছ ক্লেৰিছ—নগাৱৰ এগৰাকী নিৰ্জু স্বভাৱৰ সম্ভ্ৰান্ত পৰিয়াল খৃষ্টান গাভৰু। মহেন্দ্ৰনাথে এইগৰাকী মহিলাকে 'প্ৰণয়-চন্দন' পিন্ধাই অৰ্দ্ধাঙ্গিনী স্বৰূপে বুকুত চপাই ললে। সোণ-সুৱগাৰ মিলন হ'ল। ডেকাফুকনৰ কথা কওঁতে এইগৰাকী নাৰীৰ বিষয়েও কবই লাগিব। বিয়াৰ পিছত ডেকাফুকনে হিন্দুধৰ্ম ত্যাগ নকৰিলেও যজ্ঞোপবীত ত্যাগ কৰিলে। কুমাৰী ক্লেৰিছ ফুকনে বিয়াৰ পিছত 'শ্ৰীমতী জ্যোতিৰ্ময়ী ডেকাফুকন' হৈ চৰ্কাৰী চাকৰি পৰ্যন্ত ইস্তফা দি স্বামীৰ লগত ছাঁটোৰ দৰে দিহিঙে-দিপাঙে ঘূৰি ফুৰিছিল আৰু আৱশ্যক মতে স্বামীৰ ত্বখ-দাৰিদ্ৰ্যবো সমভাগিনী হৈছিল হাঁহিমুখে। জীৱনৰ শেষ দিনলৈকে এইগৰাকী পতিপ্ৰাণা নাৰীয়েহে মহেন্দ্ৰনাথৰ জীৱনৰ

একমাত্ৰ পৰিচালিকা আৰু দিক্‌দৰ্শনকাৰিণী হুবলৈ সমৰ্থ হৈছিল। ই জানো কম কৃতিত্বৰ কথা ?

## নাট্য-প্ৰতিভা

মহেন্দ্ৰনাথৰ নাট্য-প্ৰতিভাৰ বিষয়ে চমুকৈ ইয়াকে কব পাৰি তেওঁ আছিল এজন সুদক্ষ অভিনেতা আৰু নিপুণ পৰিচালক। গুৱাহাটী কুমাৰ ভাস্কৰ নাট্য মন্দিৰত তেওঁ এই প্ৰতিভা বিকশাই তুলিছিল। এই ৰঙ্গমঞ্চত ঘাইকৈ দুখন নাটে আজিও বহুতৰ মনত তেওঁৰ কৃতকাৰ্য্যতাৰ স্বাক্ষৰ মচিব নোৱাৰাকৈ অঙ্কিত কৰি থৈছে। এখন হৈছে কামৰূপ নাট্য সমিতিয়ে দুৰ্গাপূজা উপলক্ষে দুকুতে কলটো পকোৱাৰ নিচিনাকৈ অতি কম প্ৰস্তুতিৰে নিবেদন কৰা বৃন্দাবন গোস্বামী ৰচিত 'ঠানুবাপু' নাটৰ সফল অভিনয়। নাটৰ নাম ভূমিকাত ওলাই ডেকাফুকনে আৰু চাহাবৰ ভাৰত শ্ৰী কামাখ্যানাথ ঠাকুৰে পূজাবলিয়া অগণন দৰ্শকক বিপুলভাৱে আনন্দাপ্লুত কৰিব পাৰিছিল। আনখন হৈছে এই লিখকৰ 'নৰকাসুৰ' নাটৰ কুমাৰ ভাস্কৰত চমকপ্ৰদ অভিনয়। এই অভিনয় একেৰাহে কেবাটাও শনিবাৰে ৫।৬ বাৰমান হৈছিল। তেতিয়া গুৱাহাটিত ই এক নোহোৱা নোপজা কথাৰ নিচিনা হৈছিল। নাম ভূমিকাত অভিনয় কৰাৰ উপৰিও তেওঁ প্ৰতিজন অভিনেতাক ভালদৰে পঢ়োৱাদি শিকাইবুজাই লৈ অভিনয় অভিনৱভাৱে পৰিচালনা কৰি নাটখনি দৰ্শকৰ আগত উপস্থাপন কৰিছিল। গুৱাহাটীৰ মানুহৰ মুখে মুখে শিল্পী ডেকাফুকনৰ যশস্যাৰ কথা ফুটিফাটি গৈছিল। কিন্তু অভিনয়ৰ অন্তৰালত হৰ্ষ-বিষাদৰ কথা সমানে আছিল। নাটৰ মূল চৰিত্ৰ নৰকাসুৰৰ লগত ডেকাফুকনৰ হুবহু খাপ খাই পৰিছিল। নৰকাসুৰৰ দেহৰ লগত অসুৰৰ মিহলি হৈ যেনেকৈ বিশ্বজগতত প্ৰলয়ৰ সৃষ্টি কৰিছিল তেনেকৈ ডেকাফুকনৰ চৰিত্ৰ শিল্পীসুলভ মনোবৃত্তিৰ লগতে উগ্ৰতাৰ মাত্ৰাধিক্য যোগ হৈ নাট্যমঞ্চৰ বাহিৰে-ভিতৰে ত্ৰাসৰ সঞ্চাৰ কৰিছিল।

এবাৰ এজন শিল্পীয়ে নিৰ্দিষ্ট সময়ৰ অলপ আগতে মঞ্চত জোৱৰ পোহৰ পেলোৱাৰ বাবে ডেকাফুকনে ছোঘৰৰ ভিতৰত সেই শিল্পীজনৰ টেটুত চেপি ধৰিছিল। আকৌ এবাৰ তেওঁ ঘটকাসুৰৰ বুকত উঠি বচন মাতি শেষ কৰাৰ আগতে দৃশ্যপট পেলোৱাৰ বাবে Do not you know I am Narakasur still now. I can kill you just now. বুলি তেওঁৰ গালৈ তৰোৱালখন দলি মাৰি দিছিল। ভাগ্য ভাল তাতকৈ বেছি অনিষ্ট হবলৈ নেপালে। অভিনতাৰ কথা বাদেই, আনকি নাট্য সমিতিৰ ছেক্ৰেটাৰী, ষ্টেজ মেনেজাৰ কাকো এইগৰাকী জমদগ্নি পৰিচালকে ৰেহাই নিদিছিল। অৱশেষত ইয়াৰ বাবেই তেওঁ কুমাৰ ভাস্কৰৰ পৰা বিদায় লবলগীয়া হৈছিল আৰু এই নৰকাসুৰ আছিল ডেকাফুকনৰ শেষ অভিনয়। তথাপি এই কথা স্বীকাৰ নকৰি নোৱাৰি যে নৰকাসুৰ অভিনয়তে ডেকাফুকনৰ চূড়ান্ত নাট্য-প্ৰতিভাৰ প্ৰতিফলন হৈছিল। আজিকালি নাট্যমঞ্চই অপ্ৰয়াসে লাভ কৰা বৈজ্ঞানিক সা-সুবিধাবোৰ নথকা সত্বেও ডেকাফুকন আৰু স্বভাৱবিজ্ঞানী লক্ষ্মীনাথ দাসে সেইবোৰ বৈজ্ঞানিক কৌশলৰ বিকল্প নিজেই সৃষ্টি কৰি লৈ দৰ্শকক যেন যাদুৰ কৌশলহে প্ৰদৰ্শন কৰিছিল। এইখিনিতে উল্লেখ কৰিব পাৰি যে মোৰ মঞ্চসফল 'নৰকাসুৰ' নাটখনৰ প্ৰথম তাণ্ডৱণ হাতত লৈ নাট মেলা হৈছিল। কিন্তু অভিনয়ৰ সময়ত নাটখনে বহু পৰিমাণে ৰূপ সলাই দৰ্শকৰ মনোৰঞ্জন কৰিব পাৰিছিল। ছোঘৰৰ ভিতৰত থাকি ডেকাফুকনৰ সক্ৰিয় সহযোগত মই এই ৰূপান্তৰ সাধি নাটখনৰ আমূল পৰিবৰ্তন কৰিবলৈ সমৰ্থ হৈছিলো। এইবাবে মই নিশ্চয় তেওঁৰ ওচৰত অশেষ কৃতজ্ঞ।

মই জনাত ডেকাফুকন কোনো অসমীয়া বোলছবিৰ লগত সংশ্লিষ্ট হোৱা নাছিল। এবাৰ মাথোন নগাৰৰ পৰা ওলাবলৈ কুৰুংকাৰাং কৰা 'জীৱন আৰু পাথৰ' নামৰ বোলছবি এখনৰ 'বহুব্ৰীহি' নামৰ পৰিচালক গোষ্ঠীত তেওঁ অন্তভুক্ত হৈছিল। সেই ছবিখনো কিন্তু গৰ্ভতে গৈলিল।

## মুকলি মঞ্চত

নৱকাসুৰ অভিনয়ৰ পিছত নাট্যমঞ্চত মোলালেও বাহিৰৰ জগৎখনত তেওঁৰ বাস্তৱধৰ্মী কাৰ্য্যকলাপ আৰু বক্তৃতাই মুকলি মঞ্চৰ অভিনয়কো চেৰ পেলাইছিল। এনে এটা দৃশ্য অভিনীত হৈছিল তেজপুৰ জাহাজঘাটত। এখন বিয়াৰ বৰযাত্ৰী হৈ দৰাৰ লগত গৈছিল ডেকাফুকন। দৰা ডেকাফুকনৰ শিষ্য ডেকাবেজ মাধৱ বেজবৰুৱা। কইনাৰ ঘৰ তেজপুৰত। তেতিয়া গুৱাহাটী-তেজপুৰৰ মাজত আজিকালিৰ দৰে ট্ৰেন্সপোৰ্ট নাছিল, জাহাজেই আছিল অগতিৰ গতি। আবেলি জাহাজত উঠিলে পিছদিনা ৰেপুৱাতে তেজপুৰত নামিব পৰা গৈছিল। বিবাহ যাত্ৰীৰ দলটোৰ তৃতীয় শ্ৰেণীৰ টিকট থকা দুই এজনে ওপৰ মহলাৰ প্ৰথম শ্ৰেণীত ডেকাফুকন আৰু ডেকাবেজৰ কেবিনত আৰামেৰে গৈছিল। জাহাজৰ চাৰেঙে কথাটো টলকিব পাৰি মাজে-সময়ে একোবাৰ টহল দি তৃতীয় শ্ৰেণীৰ যাত্ৰীকেইজনক টেলেকাটেলেকিকৈ চাই গৈছিল কিন্তু কাষত সেইদিনা জাহাজৰ স্বয়ম্ভু বৰমূৰীয়া মহেন্দ্ৰনাথক দেখি টিকট সাধিবলৈ নাইবা যাত্ৰীকেইজনক তললৈ নমাই দিবলৈ সাহস কৰা নাছিল। যথাসময়ত আঁউসীৰ ধাৰ পূৰ্ণিমাত শুজিবলৈ অৰ্থাৎ জাহাজৰ পৰা নামি যাওঁতে সেই ওপৰ মহলাত অনুপ্ৰবেশকাৰী কেইজনক শলঠেকত পেলাবলৈ চান্দি আছিল। ফেঁহুজালি দিলে। ৰাতি পুৱাল। যাত্ৰাৰ সামৰণি পৰিল। যাত্ৰীবিলাক জাহাজৰ পৰা নামিবলৈ আৰম্ভ কৰিলে। চাৰেঙে জাহাজৰ বাটত হেণ্ডাৰ দি এটা এটাকৈ টিকট পৰীক্ষা কৰি যাত্ৰীবিলাকক নামিবলৈ অনুমতি দি আছিল। যথাসময়ত বিবাহযাত্ৰী কেইজনো নামিবলৈ দলেবলে জাহাজৰ চিৰিত্ৰ উঠিলগৈ। আগত বৰসেনাপতি ডেকাফুকন। তেওঁ খোজৰ লগতে বক্তৃতাৰ বুলেট চলালে। তেওঁ কৈছিল—এইখন কাৰ দেশ? এই বৰলুইতখন কাৰ? পাৰত থকা সৌ সেউজীয়া পৰ্বতশ্ৰেণী কাৰ? ইয়াৰ অধিবাসী কোন? ইয়াৰ মালিক কোন? ইত্যাদি ইত্যাদি। উত্তেজনাপূৰ্ণ সেই বক্তৃতাটো .আছিল এনে ধৰণৰ।

গৰম বক্তৃতা শুনি জাবত ঠেৰেঙা লগা জাহাজযাত্ৰী আৰু পাৰৰ মানুহবো গা গৰম হৈছিল। টিকেট পৰীক্ষক চাৰেঙেও সেই বক্তৃতা শুনি আমোদ লাভ কৰিছিল। অনন্ত বক্তৃতাৰ লগে লগে আগবাঢ়ি বৰযাত্ৰীবিলাক জাহাজৰ হেঙাৰ পাৰ হৈ নামি গল। বপুৰা চাৰেঙে ভেবাৰাম হৈ মুখ মেলি চাই থাকোঁতে কৰ মানুহ কেনি গল টলকিবকে নোৱাৰিলে। ডেকাফুকনৰ পাছে পাছে যোৱা কম টিকটত ভ্ৰমণ কৰা যাত্ৰীকেইজনৰ মূৰৰ ওপৰেদি লটিঘটি হোৱা এটা ৰিষ্ট হেলাৰঙে পাৰ হৈ গ'ল। এনেকুৱাই আছিল ডেকাফুকনৰ উপস্থিত বুদ্ধি আৰু বাগ্মিতা। বিবাহযাত্ৰীসকলৰ অন্যতম শ্ৰীনাৰাযণ বেজবৰুৱাই আজিও ডেকাফুকনৰ সেই ৰণজয়ী বক্তৃতাটো হুবহু মাতি শুনাব পাৰে। এনে আমোদী সঁচা সাধু ডেকাফুকন আৰু দেশভক্ত ফুকনৰ জীৱনত অলেখ।

ডেকাফুকনে অসমীয়া, বঙলা, হিন্দী, ইংৰাজী, নেপালী আৰু কামৰূপী কথিত ভাষাত অনৰ্গল বক্তৃতা দিব পাৰিছিল ৰেহা লগাই, শ্ৰোতাক অকণো আমনি নিদিয়াকৈ, বৰং আমোদ দি। তেওঁৰ বক্তৃতা আছিল উচ্চ খাপৰ। নাটকীয় ভঙ্গীত দিয়া সেই বক্তৃতাবোৰত আছিল আৱশ্যকমতে বীৰৰসৰ ক্ষুৰধাৰ, হাস্যৰসৰ মৌজোল, জাতীয় ভাবৰ অখণ্ড প্ৰবাহ, বৰ্হ্বৰা-বৰাগীৰ লাও-টোকাৰিৰ সুৰ, বেজবৰুৱাৰ কাহুদী-খাৰলি। ডেকাফুকন আৰু দেশভক্ত ফুকনৰ বক্তৃতা সমপৰ্য্যায়ৰ আছিল বুলি কলে ভুল কৰা নহব, অৱশ্যে হব পাৰে উনৈছ-বিছ।

ডেকাফুকনৰ নাটক আৰু কবিতাৰ আবৃত্তি আছিল শ্ৰোতাৰ বাবে আপুৰুগীয়া সম্পদ। একতা সভা, অসম ছাত্ৰ সন্মিলন, গুৱাহাটী সন্ধিয়া সন্মিলনী, কটন কলেজ, সবিতা সভা আদি বহু সাংস্কৃতিক অনুষ্ঠানত এনে আবৃত্তি কৰি তেওঁ ভূয়সী প্ৰশংসা আৰ্জিছিল। অসম সাহিত্য সভাৰ ধিং অধিবেশনত তেওঁৰ ভাষণত পাঠ কৰা 'মই কোন' নামৰ কবিতাটোৰ আবৃত্তি গুৱাহাটী অনাতাঁৰত সংৰক্ষিত হৈ থকাটো সুখৰ বিষয়। তাত আৰু এটা আবৃত্তি ইতিমধ্যে নষ্ট হোৱা নাই যদি থাকিব পায়। অনাতাঁৰে হয়তো আৰু বহু তেওঁৰ

স্বৰচিত কবিতা বাণীবদ্ধ কৰি ৰাখিব পাৰিলেহেতেন। কিন্তু ৰখাটো জানো সম্ভৱ আছিল? অলপ কথাত মতভেদ হলেই বা চুলি এডালৰ সমান হেৰফেৰ হলেই অদমনীয় শিল্পীজনৰ অন্তৰত শুই থকা 'অসুৰটো' যিকোনো মুহূৰ্ত্ততে জাগ্ৰত হৈ পয়মাল ঘটাব পাৰে। সেইকাৰণে বুদ্ধিমান অনাতাৰ দেৱতাই কৰিছিল বলে নোৱাৰা শিলক দূৰৰ পৰাই পৰি নমস্কাৰ।

## ৰাজনৈতিক জীৱন

এই লিখক আলেঙে আলেঙে থাকি ৰাজনীতিৰ খেল চোৱাৰ মানুহ, গতিকে মোৰ পক্ষে ডেকাফুকনৰ ৰাজনৈতিক জীৱনৰ কথা কবলৈ বহলকৈ মুখ নেমেলাই ভাল। চমুকৈ দুই এষাৰ মাথোন কৈছোঁ। কলেজীয়া ছাত্ৰ-জীৱনতে মহেন্দ্ৰনাথ বীৰৰ দৰে জপিয়াই পৰিছিল ১৯২১ চনৰ মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনত। কৰ্মবীৰ বৰদলৈ আৰু দেশভক্ত ফুকনৰ নেতৃত্বত দীক্ষা লৈ তেওঁ হৈছিল এজন পালি সেনাপতি। সাম্ৰাজ্যবাদী বৃটিছ চৰ্কাৰৰ পৰা দেশসেৱাৰ পুৰস্কাৰ স্বৰূপে তেওঁ লাভ কৰিছিল ওঠৰমাহ কাৰাবাস। যোৰহাট জেলত তেওঁৰ লগৰীয়া ৰাজনৈতিক বন্দীসকল আছিল কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ, কৃষ্ণনাথ শৰ্মা, ত্যাগবীৰ হেম বৰুৱা, ডাঃ উমেশ বৰদলৈ, কৃষ্ণকান্ত বৰুৱা, শ্ৰীসুৰেশচন্দ্ৰ ভট্টাচাৰ্য্য প্ৰভৃতি। এতিয়াৰ জেল আৰু তেতিয়াৰ জেলৰ মাজত স্বৰ্গ-মৰ্ত্যৰ প্ৰভেদ। আজিকালি বহুতে মাছে-মঙহে দকৰি খাবলৈ, গান-বাজনা ৰং-ৰহইচ কৰি থাকিবলৈ হামৰাও কাটি দলেবলে জেল খাটিবলৈ যায়। সেইদিনৰ জেলখানা কিন্তু আছিল যমপুৰীৰ নামান্তৰ। তেতিয়াৰ জেলৰ কঠোৰ নীতি-নিয়ম, অমানুষিক শাস্তিলৈ কেৰেপ নকৰি অসহযোগী বন্দী সকলে জেলৰ ভিতৰত মাতৃভূমিৰ মুক্তিযজ্ঞত ব্ৰতী হৈছিল। মহেন্দ্ৰনাথেও সেই জেলৰ কঠোৰ অনুশাসনৰ মাজত থাকিয়েই জ্যেষ্ঠ বন্দীসকলৰ আলপৈচান ধৰি, সমবয়সীয়াৰ লগত

হাঁহি-মাতি সকলোৰে মাজত সময়মতে আমোদৰ খোৰাক যোগাই জেল-জীৱনৰ দিনবোৰ অতিবাহিত কৰিছিল।

তেওঁৰ ভাৰতমুখী জাতীয়প্ৰেম পিছলৈ অসমমুখী জাতীয় প্ৰেমত পৰিণত হৈছিল। অসমৰ স্বাৰ্থৰ লগত, অসমীয়াৰ স্বাৰ্থৰ লগত তেওঁ নিজকে ওতপ্ৰোতভাৱে মিলাই দিছিল। ন্যস্ত স্বাৰ্থৰ বিৰুদ্ধে, অসমীয়াৰ জাতীয় স্বাৰ্থ ৰক্ষাৰ অৰ্থে তেওঁ সিংহৰ দৰে গৰজি উঠিছিল, বাটে-ঘাটে, সভাই-সমিতিয়ে বজ্ৰকণ্ঠে মাত মাতিছিল, অসমীয়া ডেকাশক্তিক উদ্বুদ্ধ কৰিবলৈ সততে চেষ্টা কৰিছিল। ৰজাক ককাই নোবোলা ডেকাফুকনে প্ৰয়োজন মতে ভাৰতৰ ভাগ্য বিধাতা সকললৈকো তীব্ৰ বাক্যবাণ নিক্ষেপ কৰিছিল। মোগলবিজয়ী লাচিতৰ হেংদানখন আছিল তেওঁৰ হাতৰ কল্পিত অস্ত্ৰ আৰু সেই কাৰণেই প্ৰথমতে তেওঁ ডেকাফুকন হৈ পিছত হৈছিলগৈ মহেন্দ্ৰনাথ মাইহাং 'মই হেংদান' ফুকন। এইখিনিতে উল্লেখ কৰিব পাৰি যে তেওঁৰ বংশগত উপাধি ফুকনহে, পিছত প্ৰখ্যাতি লাভ কৰা ডেকাফুকন উপাধি আছিল তেওঁৰ নিজৰ সৃষ্টিহে।

## সাহিত্য-প্ৰতিভা

মহেন্দ্ৰনাথৰ সাহিত্য বিশেষকৈ কবিতা উচ্চ খাপৰ আছিল। কিন্তু নিয়মীয়াকৈ সাহিত্য চৰ্চা কৰা নাছিল আৰু নেৰোপানীকৈ সাহিত্যসেৱাত লাগি থকা নাছিল। খুচিৰ্কা বাত, হাতীকা দাঁত। যেতিয়াই মন গৈছিল লিখিছিল আৰু যেতিয়াই মন গৈছিল তাক নষ্ট কৰি পেলাইছিল বা অযত্নত সেইবোৰ হেৰাই গৈছিল। এই বিষয়ত বিষ্ণু ৰাভাৰ নিচিনা তেওঁৰ একে ধৰণৰ 'খেয়ালী' স্বভাৱ আছিল। সেয়ে নোহোৱা হলে অসমীয়া সাহিত্যলৈ তেওঁ নিশ্চয় মূল্যবান বুজন বৰঙণি আগবঢ়াব পাৰিলেহেতেন। তেওঁৰ দুখন মাথোন সৰু কবিতাৰ পুথিহে ছপাৰ আকাৰত প্ৰকাশ হৈছিল। এখন হৈছে অগ্নিঋষি কমলাকান্তৰ

তিৰোভাব উপলক্ষে ৰচনা কৰা 'অস্থি-বজ্ৰ'। এই পুথিত অতি তীব্ৰ ভাষাৰে হিন্দু ধৰ্মৰ সনাতনী ভাবধাৰাক আৰু এলাণ্ডুকলীয়া সমাজ-ব্যৱস্থাক নিৰ্মূল কৰিবলৈ বিচৰা হৈছে ভট্টাচাৰ্য্যদেৱৰ অস্থিৰে নিৰ্মিত বজ্ৰেৰে। আনখন হৈছে সাহিত্যৰথী লক্ষ্মীনাথৰ অন্তৰ্দ্ধানত বৰফুকনৰ গীতৰ আৰ্হিত ৰচনা কৰা 'বেজবৰুৱাৰ গীত'। এই পুথিৰ ৰচক ডেকাফুকনৰ নাম মনাই বৰাগী। ইয়াৰ উপৰিও মাধৱ বেজবৰুৱাৰ 'বাঁহী', কলিকতীয়া 'আৱাহন', 'দীপক', 'দৈনিক অসম' আদি কাকতত তেওঁৰ দুই-চাৰিটা কবিতা প্ৰকাশিত হৈছিল। তেওঁ যিমান লিখিছিল তাতকৈ কম বৰ্তমানে সংৰক্ষিত অৱস্থাত থাকিব পায় আৰু তাতকৈয়ো কম কেইটামান কবিতাইহে বিভিন্ন কাকতত ছপাৰ পোহৰ দেখা পাইছিল। তেওঁ দুই এখন নাটক আৰু অলেখ কবিতা লিখিছিল—সেইবোৰৰ কোনো হিচাপ নাই। মোৰ 'মঞ্জুলেখা'খন তেওঁ নোপোৱাই পোৱাদি পাইছিল আৰু সেইখন পঢ়ি এনেদৰে আনন্দত আপ্লুত হৈছিল যে মোক 'মঞ্জুলেখা' নামৰ কবিতা এটা ৰচনা কৰি উপহাৰ দিছিল। কবিতাটো মোৰ প্ৰশংসাৰে ভৰপূৰ। সেই কাৰণে সাঁচি ৰখা নহ'ল। আজি কিন্তু সেই মৰমৰ চিন হেৰুৱাই অনুতাপ হৈছে। গতস্য শোচনা নাস্তি। প্ৰকাশিত কবিতাৰ উপৰিও ডেকাফুকনৰ অপ্ৰকাশিত কেবাটাও কবিতাৰ সোৱাদ লভিবলৈ মোৰ সৌভাগ্য হৈছিল। সেই কবিতাবোৰৰ সুললিত সুগভীৰ ভাব-ভাষা, অসমীয়া ঠাচ আৰু নাটকীয় ভাব-ভঙ্গীয়ে বিশেষকৈ ডেকাফুকনৰ স্বকীয় কবি প্ৰতিভাই মোক মুগ্ধ কৰিছিল, আনকো কৰিব। তেওঁৰ নলেগলে লগা বন্ধু বিষ্ণু ৰাভাৰ স্মৃতিত লিখা 'বাদ্ধৈ' নামৰ দীঘল কবিতাৰ অশ্ৰুবিগলিত কণ্ঠে কৰা আবৃত্তি শুনি মোৰ খমুৰ মাত হৰিছিল।

### প্ৰতিভা নে বিস্ময়ঃ

কোনো ব্যক্তি বা অনুষ্ঠানেই ডেকাফুকনক নাকীজৰী লগাই নিৰ্জৰ গণ্ডীৰ ভিতৰত বেছি দিন ৰাখিব নোৱাৰিছিল। কংগ্ৰেছে নোৱাৰিলে,

সংৰক্ষিণীয়ে নোৱাৰিলে, কামৰূপ নাট্য সমিতিয়ে নোৱাৰিলে। আনকি তেওঁৰ বন্ধু আনন্দমোহন দাসে নোৱাৰিলে, সূৰ্য্যকুমাৰ ভূঞাই নোৱাৰিলে, বিমলাপ্ৰসাদ চলিহাই নোৱাৰিলে। নোৱাৰাৰ কাৰণ হৈছে ডেকাফুকনৰ স্বকীয়া চিন্তাধাৰা, স্বকীয়া জীৱন-দৰ্শন, স্বকীয়া বাট। সকলোৰে মূলত উগ্ৰ জাতীয়তাবোধ, নিভাজ অসমপ্ৰেম। অসম সাহিত্য সভাৰ খিং অধিবেশনত তেওঁক সম্বৰ্দ্ধনা জনাবলৈ প্ৰস্তাৱ লোৱা হৈছিল ভয়ে ভয়ে এইবাবেই যে ক্ষণে ৰুষ্ট ক্ষণে তুষ্ট শিল্পীজনাৰ সহজভাৱে ওচৰ চপাটো টান তদুপৰি তেওঁ সভাৰ অনুশাসন, নীতি-নিয়ম মানিব নে নেমানে সিও আছিল সন্দেহৰ বিষয়। যথাসময়ত সভাৰ কৰ্মকৰ্তাসকলক মই ডেকাফুকনৰ লগতে তেওঁৰ পত্নীকো আমন্ত্ৰণ জনাবলৈ পৰামৰ্শ দিলোঁ। মই ভালকৈ জানিছিলো সেইগৰাকী নাৰী কাষত থাকিলে সকলো কাম নিয়াৰিকৈ হব, ডেকাফুকনে অনুশাসনৰ জেওৰা ভাঙি বাহিৰ হৈ নেযায়। সেইমতে কাম হল। নিৰ্দিষ্ট সময়ত বিচিত্ৰ বেশভূষা পৰিধান কৰি ডেকাফুকনে অসম সাহিত্য সভাৰ সম্বৰ্দ্ধনা গ্ৰহণ কৰিলে, খিণ্ডত স্বৰচিত কবিতাৰ বিং তুলি হাজাৰবিজাৰ দৰ্শকৰ প্ৰাণত চমকপ্ৰদ ভাৱে আলোড়ণ তুলিলে। জ্যোতিপ্ৰসাদ-বিষ্ণুপ্ৰসাদৰ দৰে এই ডেকাফুকনো আছিল জনতাৰ কবি—জনতাৰ মানুহ। মুঠতে সংস্কৃতিৰ দৰে সাহিত্য-চৰাত্ৰে তেওঁ সৰু হলেও এখনি গজগজীয়া আসন এৰি গৈছে।

দোষে-গুণে মানুহ। অপ্ৰিয় হলেও কব লাগিব যে এওঁৰ গাত বহুমুখী প্ৰতিভাৰ সংমিশ্ৰণ হৈছিল যদিও সুসমন্বয় হোৱা নাছিল। এক কথাত এইজনা বৰেণ্য শিল্পী আছিল প্ৰতিভাৰ জ্বালামুখী। কেতিয়াবা উদগীৰণ হৈছিল সোণৰূপ, কেতিয়াবা আকৌ অগ্নিশিখা। উগ্ৰতা, আকোৰগোজ মনোভাব আৰু সময়ে সময়ে ক্ৰোধৰ মাত্ৰাধিক্য এই অদ্ভুত মানুহজনৰ চৰিত্ৰৰ এটা বৈশিষ্ট্য আছিল।' সেয়ে নোহোৱা হলে তেওঁৰপৰা ভালেখিনি স্থায়ী বহুমূলীয়া সম্পদ পোৱা গলহেঁতেন। তেওঁৰ বিষয়ে এইদৰেই কব পৰা যায় যে এইজন সব্যসাচী শিল্পী

ডেকাফুকন আছিল এক প্ৰহেলিকা, এক বিস্ময়কৰ বিস্ময়, এক আপোচবিহীন অদম্য শক্তি, স্বদেশপ্ৰেমৰ এটি অগ্নিস্ফুলিঙ্গ। সেয়েহে পকা দাড়িয়ে-গোঁফে বৃদ্ধ হৈও তেওঁ সৌ সিদিনাও নৰকাসুৰক কুমাৰ ভাস্কৰত নতুন ৰূপত উপস্থাপন কৰিবলৈ সঘনে ইচ্ছা প্ৰকাশ কৰিছিল, ভগৱতীপ্ৰসাদ বৰুৱা ভৱনৰ আগত আঁৰ পৰ্বত হৈ থিয় দি গুৱাহাটী জিলা কংগ্ৰেছ ভৱনটো কালাপাহাৰৰ দৰে ভাঙিছিঙি সেই মাটি-ঘৰ অসম সাহিত্য সভাৰ সম্পত্তি বুলি কৈ দপদপাই উঠিছিল, কুমাৰ ভাস্কৰ নাট্য মন্দিৰ গাৰ বলেৰে দখল কৰি তাত মৃতপ্ৰায় কামৰূপ নাট্য সমিতিক সঞ্জীবিত কৰিম বুলি গৰম বক্তৃতা দিছিল। এনে উদাহৰণ আৰু যে কিমান? মুঠতে আছিল এইজনেই চিৰবিপ্লবী, চিৰযুবা মহেন্দ্ৰনাথ ( মই হেংদান ) ডেকাফুকন।

## সামৰণি

ইমান বকলা লিখিলো যদিও তথাপি বহুমুখী প্ৰতিভা, নানা তৰহৰ বিসঙ্গতি, অদ্ভুত ব্যক্তিত্ব আৰু অফুৰন্ত যৌৱনৰ প্ৰতীক ডেকাফুকন মানুহজনক মই প্ৰকৃত ৰূপত উপস্থাপন কৰিব পাৰিলোঁ নে নাই সেইবিষয়ে মোৰ নিজৰ মনতে খুকুৰি বৈ গৈছে। হয়তো আংশিকভাবেহে পাৰিছোঁ, সেয়ে হলেও মোৰ পক্ষে হথালাভ। বাঘিনীয়ে বুকুৰ মাজত পোৱালি সুমাই থোৱাৰ নিচিনাকৈ ডেকাফুকনেও তেওঁ শেহতীয়াভাৱে ৰচনা কৰা কবিতাৰ টোপোলাটো বুকুত বান্ধি লৈ ফুৰিছিল আৰু সময়ে সময়ে গুণগ্ৰাহী বন্ধু-বান্ধৱক আবৃত্তি কৰি শুনাইছিল। ডেকাফুকন গল, বৈ গল অলেখ বহুৰঙী সেউজীয়া স্মৃতি। ধৰি ৰাখিব নোৱাৰিলে এই স্মৃতিও নাইকিয়া হৈ যাবলৈ বেছি দিন নেলাগিব।

# 'তাৰা'ৰ নাট্যকাৰ অম্বিকাপ্ৰসাদ গোস্বামী

**অধ্যাপক শ্ৰীকনকচন্দ্ৰ ডেকা**

১২৯৯ শকৰ মাঘ মাহৰ তিনি তাৰিখে দক্ষিণ কামৰূপৰ দহালি নামে এখন গাঁৱত অম্বিকাপ্ৰসাদ গোস্বামীৰ জন্ম হয়। তেওঁৰ দেউতাক শম্ভুৰাম গোস্বামী এজন ভাল মুক্তিয়াৰ আছিল। শিশু অম্বিকাপ্ৰসাদে গাঁৱৰ বাটৰহাট পাঠশালা বিদ্যালয়ত কেইদিনমান পঢ়াৰ পিছতে দেউতাকে তেওঁক গুৱাহাটীলৈ লৈ আহে আৰু লতাশিল প্ৰাথমিক বিদ্যালয়ত ভৰ্ত্তি কৰি দিয়ে। বিদ্যালয়ৰ শেষ পৰীক্ষাত তেওঁ সুখ্যাতিৰে উত্তীৰ্ণ হৈ ১৯০৩ চনত কটন কলেজিয়েট স্কুলত ভৰ্ত্তি হয়। তীক্ষ্ণ বুদ্ধি আৰু সৎ চৰিত্ৰৰ গুণত শিক্ষক সকলৰ প্ৰিয়ভাজন হৈ ১৯১০ চনত অম্বিকাপ্ৰসাদে প্ৰবেশিকা পৰীক্ষাত প্ৰথম বিভাগত উত্তীৰ্ণ হয়। তেওঁ ডঃ বাণীকান্ত কাকতিদেৱৰ সহপাঠী আছিল আৰু দুয়ো প্ৰতিযোগিতাৰে অধ্যয়ন কৰিছিল। ১৯১৫ চনত কটন কলেজৰপৰা তেওঁ ডিষ্টিংছন লৈ বি-এ পাছ কৰে।

অম্বিকাপ্ৰসাদৰ শিক্ষা-জীৱন নানা ঘাত-প্ৰতিঘাতেৰে পূৰ্ণ আছিল। তেওঁ অশেষ ধৈৰ্য্য আৰু সহনশীলতাৰে প্ৰতিটো বিঘিনি অতিক্ৰম কৰি আগবাঢ়ি গৈছিল। উদাহৰণ স্বৰূপে অম্বিকাপ্ৰসাদৰ বাৰ বছৰ বয়স পাৰ নৌহওঁতেই তেওঁৰ মাতৃদেৱী মাইমালাৰ পৰলোক হয়। অৱশ্যে মাহীমাকৰ অকৃত্ৰিম মৰম-স্নেহে তেওঁৰ মাতৃবিয়োগৰ অভাৱ বহু পৰিমাণে লাঘৱ কৰিলে আৰু তাৰেই স্বীকৃতি স্বৰূপে পৈণত বয়সত তেওঁৰ কাপৰপৰা ওলাই আহিল "মাতৃজাতি" নামৰ অমূল্য পুথিখনি।

বি-এ পঢ়ি থাকোঁতেই ১৯১৪ চনত কৃষ্ণনাথ পৰ্ব্বতীয়া ফুকনৰ জীয়াৰী শ্ৰীমতী গন্ধময়ী দেৱীৰ লগত গোস্বামীৰ বিবাহ হয়। সেই সময়ত হিন্দুধৰ্মত বহুল প্ৰচাৰিত বাল্যবিবাহৰ মেৰপাকত পৰা গোস্বামীৰ বয়স ২১ বছৰ আৰু পত্নীৰ বয়স ১১ বছৰ আছিল। সেই সময়ত

অসমত প্ৰথম আইন কলেজৰ জন্ম হৈছিল মাত্ৰ। গোস্বামী এই আইন ক'লেজৰ ছাত্ৰ হ'ল। তাতো বিধি সুপ্ৰসন্ন নাছিল। আইনৰ শেষ পৰীক্ষাৰ সময়ত চকুৰ অসুখত তেওঁ একেবাৰে পঢ়িব নোৱাৰা হোৱাত হলীৰাম ডেকা আৰু মোহন কলিতাই কাষত বহি বহি তেওঁক পঢ়ি শুনাই'ছিল আৰু অশেষ কষ্টেৰে এন্ধাৰ খোঁটালিত পৰীক্ষাৰ প্ৰশ্নোত্তৰ লিখি ১৯১৮ চনত দক্ষতাৰে তেওঁ আইনৰ শেষ পৰীক্ষাত উত্তীৰ্ণ হয়।

সংসাৰ ধৰ্ম পালন কৰি ছাত্ৰ-জীৱনত মুকলিমূৰীয়া হৈ তেওঁ পঢ়াশুনা কৰিব নোৱাৰিলে। ইফালে সংসাৰো ক্ৰমে ক্ৰমে বৃদ্ধি হ'ল, আৰ্থিক অনাটনেও হেচা মাৰি ধৰিলে। সেই কাৰণে বি-এ পাছ কৰিয়েই তেওঁ গুৱাহাটীৰ সোণাৰাম স্কুলত শিক্ষকতা আৰম্ভ কৰিলে। ইয়াৰ পিছত আইন পৰীক্ষা পাছ কৰি তেওঁ ওকালতি আৰম্ভ কৰে।

গোস্বামীদেৱৰ আইন ব্যৱসায় অসাধাৰণ আছিল। মিছাক সঁচা আৰু সঁচাক মিছা কৰি বাক্ চাতুৰীৰে মানৱতাক হত্যা কৰা তেওঁৰ নীতি নাছিল। তেওঁ মনে-প্ৰাণে আইনৰ মহত্ত্ব আৰু পবিত্ৰতা ৰক্ষা কৰিছিল। মিছাৰ আশ্ৰয় লৈ মোকৰ্দমা তৰিবলৈ অহা মানুহক তেওঁ বুজনি দি ক্ষমা খোজাৰ এৰা-ধৰাৰ মাজেদি মিত্‌মাত কৰাৰ দিহা পৰামৰ্শ দিছিল।

গোস্বামী এজন সুদক্ষ শিক্ষকো আছিল। জীৱনৰ আদিভাগতে সোণাৰাম স্কুলত শিক্ষকতা কৰাৰ উপৰিও শেষ বয়সত তেওঁ গুৱাহাটী বিশ্ববিদ্যালয় আইন মহাবিদ্যালয়ত অধ্যাপনাও কৰিছিল। ভালেমান গুণী ছাত্ৰই আজিও তেওঁৰ পাণ্ডিত্য আৰু আদৰ্শৰ কথা শ্ৰদ্ধাৰে সোঁৱৰে।

গোস্বামীদেৱ বৰ খুহুটীয়া কথাৰ মানুহ আছিল। উকীলখানাত খুহুটীয়া আলাপ-আলোচনা কৰি তেওঁ সমনীয়া সকলক হুঁহুৰাই হুঁহুৰাই কন্দুৱাইছিল। তেওঁৰ এই হাস্যৰসৰ পৰিচয় আমি পাওঁ তেওঁৰ লঘু ৰচনা 'অপগণ্ড মকৰন্দ' নামৰ ('জয়ন্তী'ত প্ৰকাশিত) এখানি প্ৰবন্ধত।

গোস্বামীদেৱ গভীৰ অধ্যয়নশীল ব্যক্তি আছিল। কেৱল অসমীয়া

সাহিত্যৰ প্ৰতিয়েই নহয়, সংস্কৃত আৰু ইংৰাজী সাহিত্যৰ প্ৰতিও তেওঁৰ গভীৰ অনুৰাগ আছিল। তেওঁ আইন ব্যৱসায়তকৈ অধ্যয়ন আৰু সাহিত্য-চৰ্চাতহে বেছি মন দিছিল। তাৰেই স্বীকৃতি হিচাপে আইনজীৱী গোস্বামীজনতকৈ সাহিত্যিক গোস্বামীজন অসমীয়া সমাজত উজ্জ্বল হৈ আছে। অসমীয়া সাহিত্য চৰ্চাত তেওঁ ৰঘুনাথ চৌধাৰী, পদ্মনাথ গোহাঞিবৰুৱা, অম্বিকাগিৰি ৰায়চৌধুৰী, বাণীকান্ত কাকতি, শ্ৰীমতী নলিনীবালা দেৱী প্ৰভৃতিৰ পৰা অনুপ্ৰেৰণা পাইছিল। কবি ধৰ্মেশ্বৰী দেৱী বৰুৱানী আৰু গীতিকবি উমেশচন্দ্ৰ চৌধাৰীৰ পৰা তেওঁ সাহিত্য-চৰ্চাত উল্লেখযোগ্য সহায় পাইছিল। মহাকবি আৰু বিশ্ববিশ্ৰুত নাট্যকাৰ ছেক্সপীয়েৰৰ 'ছিম্বেলিন' নাটকৰ ছাঁ লৈ ৰচনা কৰা গোস্বামীদেৱৰ 'তাৰা' নাটকখনিৰ গীতবোৰ উমেশচন্দ্ৰ চৌধাৰীদেৱৰ দ্বাৰা ৰচনা আৰু সুৰসঙ্গত কৰা। ইয়াৰ বাহিৰেও গোস্বামীদেৱে গ্ৰীক মনীষী মহাকবি হোমাৰৰ মহাকাব্য 'ইলিয়াদ' আৰু 'ওডিচি'ৰ অসমীয়া ভাঙনি কৰি অসমীয়া সাহিত্য-ভঁৰালত বিশ্বসাহিত্যৰ ৰসৰ যোগান ধৰে।

ইংৰাজী সাহিত্যৰ দৰে সংস্কৃত সাহিত্যৰ প্ৰতিও তেওঁৰ শ্ৰদ্ধা যে অসীম আছিল সেই কথা তেওঁ ৰচনা কৰা মূল্যবান পুথি 'মাতৃজাতি আৰু 'চৰিত্ৰ গঠন'ৰ মাজেদি ফুটি ওলাইছে। প্ৰত্যেকজন সংসাৰধৰ্মী লোকে বিশেষকৈ তিৰোতাই এই পুথিখন পঢ়ি আদৰ্শ গ্ৰহণ কৰিব পাৰিলে নিজৰ নিজৰ সৰু সংসাৰখনৰ অভাৱনীয় সুফল ফলিবই, লগে লগে সমাজৰো মঙ্গল হব। সেইদৰে 'চৰিত্ৰ গঠন' পুথিখন প্ৰতিজন ছাত্ৰ বা ডেকাৰ কাৰণে নিতান্ত প্ৰয়োজনীয়। ৰত্নাকৰ দস্যু বাল্মীকি হোৱাৰ দৰে এই পুথিখন পঢ়ি তদৰূপ নৈতিক জ্ঞান লাভ কৰিব পাৰে। সুকোমল মনৰ ছাত্ৰ-ছাত্ৰীক চৰিত্ৰ গঠন কৰাত আৰু সু-নাগৰিক হিচাপে গঢ়ি তোলাত এই পুথিখনে যথেষ্ট সহায় কৰিব। এই পুথি দুখন প্ৰণয়ন কৰোঁতে গোস্বামীদেৱে সংস্কৃত সাহিত্যৰ অনেক সহায় লৈছে।

গোস্বামীদেৱৰ আন পুথিকেইখন হ'ল—'কুৰি শতিকাৰ কুম্ভকৰ্ণ,' 'বিদেশী সাধু' আৰু 'গাহৰিবৰখীয়া'। অপগণ্ড মকৰন্দ আৰু গাহৰি-ৰখীয়া এই পুথি দুখনত বাহিৰে বাকী কেইখন পুথিয়ে পোহৰৰ মুখ দেখিছে আৰু অসমীয়া সাহিত্যমোদী সমাজৰপৰা সমাদৰো পাইছে।

অম্বিকাপ্ৰসাদৰ আটাইতকৈ উল্লেখযোগ্য পুথিখন হৈছে 'তাৰা' নাটক। ইংৰাজ নাট্যকাৰ ছেক্সপীয়ৰৰ 'চিম্বেলিন' নামৰ নাটকৰ অসমীয়া ৰূপান্তৰ। অসমীয়ালৈ ছেক্সপীয়েৰৰ যি কেইখন নাটৰ সফল ভাঙনি হৈছে তাৰ ভিতৰত 'তাৰা'ও অন্যতম। এসময়ত অসমৰ নাটঘৰবোৰে এই 'তাৰা' নাটকৰ ভাওনা দেখুৱাই প্ৰশংসা আৰ্জিছিল। ইয়াৰ প্ৰথম অভিনয় হৈছিল গুৱাহাটীৰ কুমাৰ ভাস্কৰ নাট্য মন্দিৰত। কামৰূপ নাট্য সমিতিয়ে বহুবাৰ এই নাট মঞ্চস্থ কৰিছিল। দ্বিতীয়বাৰ নাটখনে ছপাৰ মুখ দেখা নোপোৱাটো দুখৰ কথা।

গোস্বামীদেৱ এজন ভাল সমাজকৰ্মী আছিল। ১৯২১ চনত মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনে গোস্বামীৰো অন্তৰ স্পৰ্শ কৰিলে। এই কাৰ্য্যত তেওঁ এনেদৰে ব্ৰতী হ'ল যে ওকালতি এৰি অসহযোগ আন্দোলনৰ কামত গাঁৱে ভুঞে ঘূৰি ফুৰিবলৈ ধৰিলে। ত্যাগবীৰ হেম বৰুৱা আৰু যশস্বী আইনজ্ঞ শিশিৰ বৰুৱা আদিৰ লগত তেওঁ কাৰাবাসো খাটিছিল। তেতিয়াৰপৰা মৃত্যুৰ সময়লৈকে গোস্বামীদেৱে সকলো ধৰণৰ বিলাতী বস্তু বৰ্জন কৰে।

গোস্বামীদেৱ এজন আদৰ্শ ব্যক্তি আছিল। সজ চিন্তা, সজ কৰ্ম আৰু সজ জীৱন-যাপনেই তেওঁৰ প্ৰাণ আছিল। পাৰ্থিৱ ধন-সম্পত্তিৰ প্ৰতি তেওঁৰ লালসা নাছিল বুলিব পাৰি। সজ উপায়েৰে যিখিনি অৰ্জন কৰিছিল তাৰে সাধাৰণভাৱে চলিছিল, দুখীয়া-নিছলাকো দি সহায় কৰিছিল। পণ্ডিত আৰু সাধুলোকৰ সঙ্গ তেওঁ অতি ভাল পাইছিল। সাধাৰণ মানুহ এজনৰ পৰাও তেওঁ তেওঁৰ আদৰ্শ গ্ৰহণ কৰিছিল। উচ্চ বংশীয় গোসাঁই পৰিয়ালত জন্মগ্ৰহণ কৰিলেও বংশ গৌৰৱ আৰু আভিজাত্যক তেওঁ ঘিণাইছিল। দুখীয়া-নিছলাৰ তেওঁ

পৰম বন্ধু আছিল। এইদৰে সহজ সৰল জীৱন যাপন আৰু উচ্চ চিন্তা কৰি ৬৯ বছৰ বয়সত ১৩৬৮ শকত শ্ৰীগোস্বামীদেৱৰ পৰলোক প্ৰাপ্তি ঘটে।

আমি ভাবোঁ, গোস্বামীদেৱৰ আঢ্যৱন্ত পুত্ৰসকলে তেওঁৰ প্ৰকাশিত, অপ্ৰকাশিত আটাইকেউখন পুথি একত্ৰ কৰি 'অম্বিকাপ্ৰসাদ গোস্বামী গ্ৰন্থাৱলী' প্ৰকাশ কৰিলে এটা আদৰ্শনীয় কাম কৰাৰ উপৰিও তেওঁলোকৰ পিতৃৰ স্থায়ী স্মৃতিৰক্ষা কৰা হব।

# অসম জাতীয়তাবাদী কবি হেৰাছৎ উল্লা

শ্ৰীমতী মীৰা জেলিল

মোৰ ৰবদেউতা মৌঃ হেৰাছৎ উল্লা ছাহেব অসম জাতীয় মহাসভাৰ একালৰ সভাপতি আৰু নেতা আছিল। উজনিৰ ৰংপুৰত ১৯০৩ চনত ককাদেউতা মছিয়ত উল্লা ছাহেবৰ আচম্বিতে মৃত্যু হোৱাত আমাৰ আইতাই সৰু সৰু লৰাছোৱালী কেইটিক লৈ গুৱাহাটীলৈ নিগাজীকৈ উঠি আহিবলগীয়া হৈছিল। সেই বেমেজালিতে ককাদেউতাই সাঁচি থোৱা চিঠি-পত্ৰ, জীৱন-পঞ্জী, ছপোৱা বংশাৱলী আদি ইহাতে সিহাত হৈ কলৈ গল তাক আৰু পৰিয়ালৰ কেৱে কব নোৱাৰিলে, সেয়েহে সঠিককৈ ৰবদেউতাৰ জন্মৰ দিন-বাৰ জানিবৰ উপায় নাই।

ৰবদেউতাৰ জন্ম হৈছিল গুৱাহাটীৰ কাৰ্জন হলৰ (বৰ্ত্তমান নবীন বৰদলৈ হল) হাউলিতে থকা পূৰ্বৰ আমাৰ নিজ ঘৰত। ১৮৯৫ চনতে বৰ্ত্তমান দীঘলী পুখুৰীৰ পূব পাৰত আৰ্ল ৰোডত নকৈ লোৱা ঠাইলৈ উঠি অহা হৈছিল। তেওঁলোকৰ পূৰ্বপুৰুষৰ ঠাই হৈছে গোৱালপাৰা নগৰৰ নয়াপাৰা। ককাদেউতাৰ দেউতাক আছিল কাজী ছাতৰ্মত উল্লা ছাহেব। তেখেত আছিল 'তাৰ হাইস্কুলৰ ফাৰ্চী' শিক্ষক। দেউতাক শিৱসাগৰত হাকিম হৈ থাকোঁতেই মৌঃ হেৰাছৎ উল্লা ছাহেবৰ শিক্ষা আৰম্ভ হয়। তেওঁ বহুমুখী প্ৰতিভাৰ গৰাকী আছিল। পঢ়া-শুনাৰ লগে লগে তেওঁ ভাল ছবি আঁকা, গান গোৱা, চেতাৰ বজোৱা আদি বিষ্যাত পাৰদৰ্শিতা লাভ কৰিছিল। তেখেতে ইমান ধুনীয়াকৈ চেতাৰ বজাইছিল যে চেতাৰৰ সুমধুৰ ঝংকাৰৰ সুৰ শুনি বাটৰুৱা মুগ্ধ হৈ ৰৈছিল।

বাহিৰৰপৰা দেখাত মোৰ দেউতা তৈয়বুল্লা আৰু তেওঁৰ ককায়েক হেৰাছৎ উল্লা ছাহেবৰ অসমীয়া সাহিত্যত বৰ বেছি বৰঙণি নাই যেন লাগে, কিন্তু দৰাচলতে সেইটো নহয়। অসমীয়া সাহিত্য-সংস্কৃতিলৈ

তুয়োজনৰে প্ৰবল অনুৰাগ আছিল আৰু কম-বেছি পৰিমাণে তুয়ো অৰিহণাও আগবঢাইছিল। হেৰাছুৎ উল্লা ছাহেবে অসম ছাত্ৰ সম্মিলনৰ গুৱাহাটীত বহা প্ৰথম অধিবেশনত কবিতা পাঠ কৰিছিল। তেওঁৰ কবিতা 'চেতনা'ত প্ৰকাশ পাইছিল। তাৰ পিছত 'বাঁহী', 'আৱাহন' আদিত ওলাইছিল। তুৰ্ভাগ্যবশতঃ কবিতাবোৰ আৰু আন কিছুমান লেখা অম্বিকাগিৰী ৰায়চৌধুৰীদেৱৰ ঘৰত থকাত তেওঁৰ ঘৰত কেনেবাকৈ জুই লাগি পুৰি ছাই হ'ল। এতিয়াও বিচাৰিলে সেই সময়ৰ চেতনা, আৱাহন আদিত তেওঁৰ লেখা পোৱা যাব। তেওঁ লিখা হজৰত মহম্মদৰ জীৱনী এখন আজি ২৬।২৭ বছৰে পাণ্ডুলিপিতেই পৰি আছে। আৰ্থিক অনাটনৰ বাবে তেওঁ ছপা কৰিব নোৱাৰিলে। তেওঁৰ সহধৰ্মিনী এতিয়াও জীয়াই আছে, তেওঁৰ হাতত বৰদেউতাৰ অপ্ৰকাশিত ভালেমান কবিতা আৰু আন বিষয়ৰ লেখা থাকিব পাৰে। ছাত্ৰ জীৱনত তেওঁ গুৱাহাটীৰ প্ৰায়বোৰ সাহিত্য আৰু সাংস্কৃতিক অনুষ্ঠানত যোগ দিছিল। তেওঁ ভায়েকৰ দৰে কংগ্ৰেছী নাছিল যদিও অসমীয়া জাতীয়তাবাদী আছিল আৰু শ্ৰদ্ধেয় অম্বিকাগিৰী ৰায়চৌধুৰীৰ "সংৰক্ষিণী সভা"ৰ অনুগামী আছিল। কিছুদিন তেওঁ এই অসম সংৰক্ষিণী সভাৰ সভাপতিও হৈছিল। তাৰিণী চৰণ চৌধুৰী বহুমুখী ছোৱালী স্কুলখন স্থাপন কৰাৰ ক্ষেত্ৰতো তেওঁ কম কষ্ট কৰা নাছিল। তেওঁ স্কুলখনৰ পৰিচালনা সমিতিৰ এজন সক্ৰিয় সভ্য আছিল। গুৱাহাটী সন্ধিয়া সম্মিলনীৰো তেওঁ সভ্য আছিল। তাত মাজে মাজে চেতাৰো বজাইছিল।

সৰুৰেপৰা হেৰাছুৎ উল্লা ছাহেব জাতীয়তাবাদী আছিল। তেওঁ চৰকাৰী চাকৰি নকৰিবলৈ দৃঢ় সংকল্প লৈছিল। বি-এ পাছ কৰাৰ পিছতে তেওঁক উপ-প্ৰতিসমাহৰ্তাৰ ( S. D O ) পদ যচা হৈছিল, কিন্তু সেই পদ গ্ৰহণ নকৰি তেওঁ স্বাধীনভাৱে ওকালতি আৰম্ভ কৰে। ওকালতিত সোমায়েই তেওঁ নীৰৱে দেশসেৱাত লাগে। নিজৰ মাতৃভূমিক কেনেকৈ উন্নতিৰ পথত আগুৱাই নিব, বেহা-বেপাৰ

কল-কাৰখানাত বিদেশী আহি সোমাই পৰাত তেওঁৰ অন্তৰ কান্দি উঠিছিল। ইয়াৰ আভাস তেওঁ সভাপতিৰূপে দিয়া ভাষণবোৰ পঢ়িলেই বুজিব পাৰি। "অসম আত্মৰক্ষা বাহিনী" নাম দি তেওঁ ডেকা ল'ৰাবোৰক সংগঠিত কৰি এটা সন্ঘ খুলি দেশহিতকৰ কাম কৰিবলৈ লৈছিল। তেওঁ আঁচনি কৰিছিল—এটা প্ৰচাৰ বিভাগ কেইবাটাও শ্ৰেণীত বিভক্তি কৰি এভাগে ৰাষ্ট্ৰ আৰু আন আন অনুষ্ঠানৰ মাজত তেওঁৰ মূলনীতি আৰু কাৰ্য্যপদ্ধতিক প্ৰচাৰ কৰিব আৰু আনভাগে ৰাইজৰ মাজত সেইবোৰ প্ৰচাৰ কৰি ৰাইজক শিক্ষিত কৰি তুলিব। এই প্ৰচাৰ বিভাগে নিস্বাৰ্থভাৱে অসমীয়া ভাষাৰ প্ৰচাৰ, প্ৰচলনৰ আঁচনি লৈ লগেভাগে কৰি যাব আৰু বিস্তৃত গতিত তাক সমাধা কৰিবলৈ পাৰ্য্যমানে চেষ্টা কৰিব। বৰদেউতাই ১৯৪৭ চনৰ ডিচেম্বৰ মাহত যোৰহাটত বহা অসম জাতীয় মহাসভাৰ সম্মিলনত সভাপতিৰূপে ভাষণ দি কৈছিল :

"স্বৰাজ ৰাইজৰ, ৰাইজে তাক অৰ্জন কৰিছে, তেওঁলোকেই তাক ৰক্ষা আৰু প্ৰতিষ্ঠা কৰি ভোগ কৰিবৰ অধিকাৰী। এই কৰ্মী সম্মিলনে দেশৰ হৈ দেশসেৱাৰ অৰ্থে একাণ পতীয়া যত্ন আৰু আত্মত্যাগ কৰি প্ৰচাৰৰ কামত ব্ৰত উদ্‌যাপন নকৰিলে সাৰথিবিহীন হৈ দেশৰ শক্তি অবাটত পৰিচালিত হব আৰু গণতন্ত্ৰৰ সন্ধান নেপাই প্ৰতিক্ৰিয়াশীল দলপুঞ্জৰ পাশবিক লীলাৰ পুতলা হৈ পৰিব। ৰাইজক আদৰ্শ-পথত পৰিচালিত কৰি স্বৰাজ অৰ্জন কৰিবলৈ আগবঢ়াই দিয়াটোৱে আজি, আমাৰ অৱশ্য কৰ্তব্য। আমাৰ অসমখন সম্পদশালী প্ৰদেশ। এই ঐশ্বৰ্য্যক আয়ত্বত আনি সজ ব্যৱহাৰ কৰিব পাৰিলে অসমত কোনো অনাটন, সমস্যা নাথাকিব আৰু ইয়াৰ উন্নয়নৰ সকলো আহিলা-পাতি ইয়াৰ ভূ-গৰ্ভৰ বিভৱৰাজিয়ে দান কৰি কাকো দুখীয়াকৈ নেৰাখিব। অসমৰ সম্পদৰাজি উদ্ধাৰ কৰি কামত লগোৱাটো অতি টান কাম। মাননীয় জৱাহৰলাল নেহৰুৰ আঁচনি মহাত্মা গান্ধীৰ আঁচনিৰ ৰূপান্তৰ মাথোঁ আৰু গান্ধীজী অনুমোদিত "স্বাধীন পঞ্চায়ত ৰাষ্ট্ৰগঠনৰ

প্ৰাথমিক আঁচনি” তাৰেই পৰিপূৰক। এই আঁচনি লৈ আমি কাম কৰিব লাগিব। এই আঁচনি লৈ সম্প্ৰতি আমি কাম আৰম্ভ কৰিব লাগিব যিহেতু আমি দুখীয়া, ডাঙৰ বাণিজ্যকৰণ আঁচনি আমি গ্ৰহণ কৰি সেইমতে সংস্কাৰৰ কাম কৰিবলৈ সম্পূৰ্ণ অপাৰগ। মহাত্মা গান্ধীয়ে এই কাৰণত দেশক প্ৰথমতে বাণিজ্যকৰণ নকৰি কুটিৰ শিল্পৰ দ্বাৰা প্ৰগতিশীল কৰি তুলিব বিচাৰিছিল। এই সহজ উপায়েৰে তেওঁ গাঁৱলীয়া দুখীয়া কৃষক, বনুৱা ইত্যাদিৰ প্ৰাদেশিক গণতন্ত্ৰৰ প্ৰাথমিক প্ৰতিষ্ঠা সম্ভৱপৰ কৰি তুলি পিছত ৰাষ্ট্ৰশক্তিৰ শক্তি চাই দেশক লাহে লাহে ডাঙৰ, সৰু ব্যৱসায়যোগ্য শিল্পৰ সমুন্নতিৰে আন্তৰ্জাতিক উৎকৰ্ষৰ পিনে চকু দিবলৈ উপদেশ দিছিল।

নিজৰ আত্মপ্ৰতিষ্ঠাই আমাৰ প্ৰথম আৰু প্ৰধান কৰ্মসূচী হোৱা উচিত। ইয়াৰ পিছত গাঁৱৰ, নগৰৰ, প্ৰদেশৰ, দেশৰ আৰু সৰ্বশেষত জগতৰ নিমাখিতজন আৰু জাতিৰ কাৰণে। আমাক এই উন্নতিৰ সোপানত ঢাপে ঢাপে উঠি যাব লাগিব, কঠোৰ কৰ্তব্য আৰু আমাৰ নিয়মানুবৰ্তিতাৰ মাজেদি মাজে মাজে আমি আগবাঢিব লাগিব। স্বাধীন আমি, গণতন্ত্ৰ আমাৰ, ধনতন্ত্ৰৰাজিৰ খাদ্যসম্ভাৰ আৰু সূতা কাপোৰ আদি জনসাধাৰণৰ সম্পত্তি। দেশৰ শোচনীয় অৱস্থা দেখি মহাত্মা গান্ধীয়ে তেওঁৰ প্ৰাৰ্থনাত সদায় প্ৰকৃতিৰ নিযমবিৰুদ্ধ তুলি দিবলৈ আৰু জনসাধাৰণক নিজৰ ভৰিত নিজে স্বাভাৱিকভাৱে থিয় দি নিজৰ খাদ্যসমস্যা আৰু কাপোৰৰ অনাটন নিজক নিজে পূৰণ কৰি লবলৈ সুবিধা কৰি দিবলৈ দঢাই দঢাই কৈছিল। যিহেতু তেওঁৰ মতে দেশত প্ৰচুৰ পৰিমাণে শস্য আছে বা উৎপাদন কৰি লব পাৰি যাৰ দ্বাৰা দেশে আত্মৰক্ষা কৰিবলৈ সমৰ্থ হয় পৰামুখাপেক্ষী হৈ পৰাধীন জীৱৰ জীৱন যাপন কৰিবলৈ বাধ্য নহয়। দেশৰ এই প্ৰগতিশীল উদ্যমত আৰু বাধা দিয়াটো যুগুত নহয়, কিয়নো এই অযথা বাধাই দেশৰ মহৎ অপকাৰ কৰিব ধৰিছে আৰু ভবিষ্যতেও কৰিবৰ বিশেষ সম্ভাৱনা। প্ৰতিক্ৰিয়াশীল দলে কেতিয়াবাৰেপৰা অসমত জিপ লৈ

অসমৰ জাতীয় স্বাৰ্থৰ ঘোৰ ব্যাঘাত কৰিব ধৰিছে। প্ৰকাশ্যে আৰু প্ৰকাৰান্তৰে অসমক নিজৰ সম্পত্তি বা পাম বুলি ঘোষণা কৰি ইয়াৰ নিচলা সন্তান-সন্ততিৰ বাপতিসাহোনখিনি প্ৰায় কাঢ়ি লৈ বাকী হাত কেইভালতো দাবী কৰিবধৰিছে। সুখৰ বিষয় অসমত বসবাস কৰা পশ্চিম বঙ্গই যেতিয়া পূৰ্ববঙ্গক নিজৰ স্বত্ব এৰি দিবলৈ কুণ্ঠিত, বিহাৰীয়ে যেতিয়া পাঞ্জাবীক তাকে নিদিবলৈ আইন কৰিছে, পূৰ্ব পাকিস্থানে যেতিয়া এই দৈয়ে ভাৰতবৰ্ষক দ্বিখণ্ডিত কৰি জুকলা কৰিলে অসমীয়াই কিয় নিজৰ দেশৰ হৃত স্বত্ববিলাক জোৰকৈ উদ্ধাৰ কৰি নিজে তাৰ গৰাকী নহব? আমি নিজে আমাক প্ৰচাৰ নকৰিলে আনে আমাক গণ্য কৰা দূৰৰ কথা হেয়জ্ঞান কৰিবলৈ সুবিধা পাব। বিদেশীয়ে অসমত নিজক প্ৰচাৰ কৰি জায়াই আছে, অসমীয়াই সোৰোপা হৈ সিহঁতৰ তলতীয়া হৈ নিজৰ ঘৰতে নিজে নিমাখিত আনকি প্ৰবাসী হৈ পৰিছে ইয়াতকৈ জাতিৰ শোচনীয় কি অৱস্থা হব পাৰে? বীৰ জাতি অসমীয়াই দেশদ্ৰোহী স্বাৰ্থান্বেষী শত্ৰুৰ ইতিকিং আৰু সহ্য কৰিব নোৱাৰে।

তুমি প্ৰচাৰ কৰা ঘোষণা কৰা দেশৰ প্ৰত্যেক ঠাইৰ প্ৰত্যেকডোখৰ মাটি মোৰ, মই তাৰ ৰজা, মই তাত খেতি কৰিম, কপাহ কৰু, মই তাৰপৰা মোৰ খোৰাবস্তু শস্যাদি আৰু পিন্ধা কাপোৰ উলিয়াই তাৰ উদ্বৃত্ত অংশ আনক বেচি বা বিদেশলৈ চালান দি মোৰ ৰাইজৰ উন্নতি বিধান কৰিম। জনপ্ৰিয় ৰাষ্ট্ৰই তোমাৰ বা তোমাৰ দৰে তেজী ৰাইজ বা ৰজাৰ ন্যায্য দাবী নিশ্চয় পূৰণ কৰিব। তুমি নিদাৰুণ খাদ্যসঙ্কট আনকি দেশৰ দুৰ্ভিক্ষপীড়িত হৈয়ো যদি ঠাইত আসন দিব পাৰিব তাৰ আশা এতিয়াও অলপো কমা নাই। কৰ্মীৰ মৰণ নাই, কৰ্মীৰ জীৱনেই স্বাধীনতাৰ প্ৰতীক আৰু স্বাধীন জাতিৰ জীৱনীশক্তিৰ সম্যক পৰিচায়ক। মহাত্মা গান্ধীৰ বাণীও এই বীৰজাতিৰ প্ৰাণত নীৰৱে বাজি আছে। কি পৰ্বতবাসী, কি ভৈয়ামবাসী, কি পমুৱা, কি বাগানৰ বনুৱা, কি খনিৰ শ্ৰমিক সকলোৰে জাতীয় ভাবত অনুপ্ৰাণিত হৈ আছে এই ফিৰিঙতিক সংগঠিত আৰু সঙ্ঘবদ্ধ কৰি জগাই তুলিব পাৰিলেই স্বৰাজ আপোনা

আপুনি সু-প্ৰতিষ্ঠিত হৈ পৰিব আৰু জনসাধাৰণৰ প্ৰকৃত গণতন্ত্ৰ সৰ্বপ্ৰথম উপযুক্ত অসমৰ প্ৰান্তত জন্মগ্ৰহণ কৰি জগতত আহিৰূপে বিৰাজ কৰিব। অসমৰ এই মহা অভিযানে অসমৰ এনেকি সদৌ ভাৰতবৰ্ষৰ বুৰঞ্জীত এটা নতুন যুগ প্ৰবৰ্তন কৰি ইয়াৰ ধনতন্ত্ৰবাদ, পুঁজিবাদ, সাম্ৰাজ্যবাদ ইত্যাদিৰ অপচেষ্টাক সমূলে বিনাশ কৰিব।

আমাৰ অৰ্থ নাই, কিন্তু নিঃস্বাৰ্থ কৰ্মী আৰু সেৱক স্বৰূপে দেশৰ প্ৰাথমিক সংৰক্ষণৰ কাম হাতত ললে ৰাইজে আগবাঢ়ি আহি আমাক নিশ্চয় সহায় কৰিব। ৰাইজে নথ জোকাবিলে নৈ বয়। ৰাইজে কৰিব নোৱাৰা কাম একো নাই। এনেকি আজি অবাবত বহি নেথাকি সক্ৰিয় কৰ্তব্য কৰি যোৱাটোহে উচিত হব। অসম অসমীয়াৰ—এই বাণী কাৰ্য্যত পৰিণত কৰিবলৈ সকলোৱে আগবাঢ়ি আহক।"

কিন্তু নানান পৰিকল্পনা কৰিও নিজৰ মাতৃভূমিক উন্নতিৰ পথলৈ আগুৱাই নিবলৈ বৰদেউতাই আৰু কামত আগবাঢ়িব নোৱাৰিলে। তেওঁ সকলোকে কন্দুৱাই ১৯৪৮ চনত এই সংসাৰৰ পৰা বিদায় ললে।

# 'অৰ্চনাৰ' কবি হৰিদয়াল পাঠক

শ্ৰীশ্ৰীৰামচন্দ্ৰ দাস

কবিতা হল অমৃত, স্বৰ্গীয় বস্তু। যি কবি, তেওঁ হ'ল প্ৰকৃতিৰ নীৰব সাধক। তেওঁলোকেহে এই কবিতামৃতৰ সোৱাদ পাব পাৰে।

সুন্দৰীদিয়া সত্ৰৰ মহাপুৰুষ মাধৱদেৱৰ স্থাপিত। এই সত্ৰৰ বিষয়ে 'গুৰু-চৰিত'ত আছে: "জন সুন্দৰ, মন সুন্দৰ, ভকত সুন্দৰ

আৰু সুন্দৰ নাৰী,
এতেকে থানৰ নাম ভৈলন্ত সুন্দৰী।"

সুন্দৰীদিয়া সত্ৰৰ পশ্চিম হাটীত ১৮১২ শকৰ ৮ আহিন দেওবাৰে কবি হৰিদয়াল পাঠকৰ জন্ম হয়। তেওঁৰ পিতৃৰ নাম মাধৱচন্দ্ৰ পাঠক, মাতৃৰ নাম সুন্দৰীবালা পাঠক আৰু ভাৰ্য্যাৰ নাম শ্ৰীযুতা ধৰ্মেশ্বৰী পাঠক। শ্ৰদ্ধেয় মাধৱচন্দ্ৰ পাঠক আছিল এই নিঃকিন লিখকৰ শিক্ষা-গুৰু। হৰিদয়াল পাঠকৰ ৰমাকান্ত আৰু কন্দৰ্পকুমাৰ নামৰ দুজন ককায়েক আছিল কিন্তু দুয়োজনৰে অকাল মৃত্যু হয়।

হৰিদয়াল পাঠক আছিল সৰুৰেপৰাই তীক্ষ্ণ বুদ্ধিৰ ছাত্ৰ। কথা কমকৈ কৈছিল, অধ্যয়ন কৰিছিল বেছি। তেওঁ সুখ্যাতিৰে প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কলেজত নাম ভৰ্তি কৰে। কিন্তু ঘৰৰ অসুবিধা আৰু শৰীৰ অসুখ হোৱা বাবেই কলেজ এৰি আহিবলগীয়া হয়। তাৰ পিছত তেওঁ টিহু, বগৰীবাৰী, বৰপেটা আৰু সুন্দৰীদিয়া আদি ঠাইত শিক্ষকতা কৰে। শিক্ষক হিচাপে তেওঁৰ সুনাম আছিল। সেই সময়ত অসমীয়া ভাষা-সাহিত্যৰ বৰ দুৰৱস্থা। পঢ়িবলৈ কিতাপ নাই। তেনে দিনতেই তেওঁ কবিতা লিখি মাতৃভাষাৰ সেৱা কৰিবলৈ ব্ৰতী হয়। ই হ'ল ১৯২০-২১ চন মানৰ কথা। আমি তেতিয়া ছাত্ৰ। কবিতা আৰু সাহিত্য নো কি বুজি নাপাওঁ। এই সময়তে তেওঁৰ

'অৰ্চনা' আৰু 'ফুলৰ মালা' নামৰ কবিতাৰ কিতাপ দুখন প্ৰকাশ হয়। কিতাপ দুখন দেখি আমাৰ মনত ভাব হৈছিল আমাৰ গাঁৱৰ মানুহেও কবিতা লিখি কবি হব পাৰে। ই একৰকম নতুন কথা। দুয়োখন কিতাপৰেই সৰহভাগ কবিতা হ'ল প্ৰকৃতি আৰু ঈশ্বৰ তত্ত্বমূলক। তেওঁৰ কবিতাই সেই সময়ত আমাৰ অঞ্চলত একৰকম নৱজাগৰণ আনি দিয়ে বিশেষকৈ 'কিনো গীত গালা পখী বউ কাকা কত?' এই কবিতাৰ মধুৰ ধ্বনি আজিও আমাৰ কাণত বাজি আছে। দুখৰ বিষয়, এই দুয়োখন কিতাপেই আজি পাবলৈ নাইকিয়া হৈছে। তেওঁৰ 'আবৃত্তি' (কবিতা) আৰু 'নাম-ঘোষাত কৃষ্ণ-কথা' নামৰ দুখন কিতাপ হাতে-লিখা অৱস্থাত আছে। পাঠকে মহাপুৰুষীয়া ধৰ্মৰ বিষয়ে গভীৰভাৱে অধ্যয়ন কৰিছিল। মাজে সময়ে তেওঁ দুই এটা ৰসাল ধেমেলীয়া কথা কৈ শ্ৰোতাসকলৰ মনত আনন্দ দিছিল।

পাঠকে বহুদিন ধৰি হোমিওপেথিক চিকিৎসা কৰিছিল। শিশু আৰু নাৰী চিকিৎসাত তেওঁৰ বিশেষ অভিজ্ঞতা হৈছিল। তেওঁ নানা কিতাপ অধ্যয়ন কৰি চিকিৎসা বিষয়ক এই কিতাপ কেইখন লিখি প্ৰকাশ কৰে—(১) সৰল শিশু-চিকিৎসা (২) চৰ্মৰোগ চিকিৎসা (৩) স্ত্ৰী-চিকিৎসা।

তেওঁ ১৯৬৪ চনৰ ২৬ মাৰ্চ্চত দেউলৰ গন্ধৰ দিনা বৃহস্পতিবাৰে স্বৰ্গী হয়।

# 'ধন্বন্তৰী'ৰ বৈদ্য লঘনুৰাম মহন্ত

শ্ৰীপদ্মৰাম শালৈ

৺লঘনুৰাম মহন্ত এজন নীৰৱ সাধক আছিল। নিজে প্ৰতিষ্ঠা কৰা ধন্বন্তৰী ষ্টোৰত বহি কিবা এটা নহয় কিবা এটা কৰি থকা দেখা গৈছিল। নিজে চিন্তা কৰি কৰি ঔষধ তৈয়াৰ কৰিছিল আৰু সেই ঔষধবোৰ ব্যৱহাৰ কৰি বহুতো লোক উপকৃত হৈছিল বাবেই অসমৰ বিভিন্ন ঠাইলৈ আনকি অসমৰ বাহিৰৰ বহুতো ঠাইলৈকে এই ঔষধবোৰ সৰবৰাহ কৰিছিল। নিজ তৈয়াৰী ঔষধৰ প্ৰমাণ দেখিয়েই ধন্বন্তৰী গ্ৰন্থত বেটুপাতৰ ভিতৰৰ পিঠিত সগৌৰৱে লিখিছে: "ধন্বন্তৰী ষ্টোৰৰ ঔষধ আৰু তেল আদি মন্ত্ৰসিদ্ধ কৰা হৈছে। গতিকে ৰোগীৰ উপকৰা ছিদ্ৰ গুচায়, চমৎকাৰ গুণ দৰ্শায়, অতি সোনকালে আৰোগ্য কৰে। চিকিৎসাৰ স্থলত শতকৰা ৯৯ জন আৰোগ্য হৈছে।" লগতে এইটোও সকীয়াই দিছিল: "ইংৰাজী ১৯০৪ চনৰপৰা যথাসাধ্য শিক্ষা আৰু চেষ্টা কৰি ধন্বন্তৰী ষ্টোৰ নামে ধন্বন্তৰী ঔষধালয় ১৯২২ চনৰ জানুৱাৰী মাহত স্থাপিত হৈছে। ১৯২৯ চনত ভাৰত গৱৰ্ণমেণ্টৰপৰা ৰেজিষ্টাৰ্ড কৰি গোটেই ভাৰতবৰ্ষত সম্পূৰ্ণ স্বত্ব সংৰক্ষিত কৰা হৈছে। কোনো লোকে এই ফাৰ্মাচীৰ নাম, ধন্বন্তৰী গ্ৰন্থ, মন্ত্ৰসিদ্ধ বায়ুতেল আদি কৰি অন্যান্য ৰেজিষ্টাৰ্ড কৰা ঔষধসমূহৰ নাম আদি অনুকৰণ কৰি জাল কৰিলে আৰু বিনা অনুমতিত কোনো অংশ ছপালে কিম্বা ভাৱান্তৰিত কৰিলে ফৌজদাৰীত সোফাৰ্দ হৈ আইন অনুসাৰে দণ্ডনীয় হব। তাৰ উপৰিও ক্ষতিপূৰণ আদি খায খৰচা সহ ভৰিব লাগিব।" এই কথা অকল ধন্বন্তৰী গ্ৰন্থতে উল্লেখ কৰা নহয়, পঞ্চভূত নামৰ গ্ৰন্থতো উল্লেখ কৰিছে।

মহন্ত ডাঙৰীয়া চিকিৎসকেই নাছিল, তেওঁ আছিল এজন

ধৰ্মপ্ৰাণ ব্যক্তি। ধৰ্মৰ প্ৰতি থকা আসক্তি বংশগত। ৺মহন্তক নিজৰ ৰচনাৰপৰাই চিনাকি কৰি দিছোঁ :

"১। কামৰূপ জিলাৰ (অসম) ৰঙিয়া থানা এলেকাৰ পূব বড়িগোগ মৌজাৰ মুৰাৰা গাঁৱত সন্ত-মহন্ত পৰিয়ালৰ ঘৰত উচ্চ ক্ষত্ৰিয় বংশৰ বৰকলিতা কুলত ইংৰাজী ১৮৭৭ চনৰ ফাগুন মাহৰ শুক্ৰবাৰে মোৰ জন্ম হয়। মোৰ প্ৰায় ৯ বছৰমান বয়সত মোৰ মাতৃদেৱী ৺যুতা শোণখুলীপ্ৰিয়া মহন্তনী আঘোণ মাহৰ শুক্লপক্ষৰ চতুৰ্দ্দশী তিথিত মৃত্যু হয়। তেতিয়াৰ দিনত টকা-পইচাৰ অভাৱত ৰঙিয়াত উচ্চ প্ৰাইমাৰী. স্কুলৰ পৰীক্ষা দি উত্তীৰ্ণ হব নোৱাৰিলো। পিতৃদেৱৰ বৃদ্ধ অৱস্থা (!) গতিকে এণ্ট্ৰেন্স শ্ৰেণীলৈ পঢ়াৰ সুবিধা নহল। অতি দুঃখ-কষ্টেৰে কেৱল মাত্ৰ নাজিৰা হাইস্কুলৰ পঞ্চম শ্ৰেণীৰ ইংৰাজী বিদ্যা শিক্ষা হ'ল। তাৰ পিছত কেবাটাও ডিপাৰ্টমেণ্টত কাম কৰি অৱশেষত ডিব্ৰুগড চিভিল হস্পিতাল, সদিয়া মিশ্যন হস্পিতাল আৰু লিডুৰ কলিয়াৰি হস্পিতাল আদিত কম্পাউণ্ডাৰ কাম কৰি ইংৰাজী ১৯১২ চনত নিজ ঘৰলৈ আহিলো। তেতিয়াৰ দিনত ছুৱা অশুচি আদিৰ নিয়ম আছিল গতিকে ডাক্তৰী লাইনত ঘৃণা জন্মাত মান-সম্ভ্ৰম বিবেচনায় ছিলঙলৈ গৈ পুলিচ বিভাগৰ এছিষ্টেণ্ট ছাব ইন্সপেক্টৰ কাম ক্ৰমে ন বছৰ কৰি সন্ত ধৰ্মলৈ ভাব অহাত কাম এৰি আহি ইংৰাজী ১৯২২ চনৰপৰা পুনৰায় ডাক্তৰী পঢ়িবলৈ কলিকতাৰ হোমিওপেথিক কলেজৰ পৰীক্ষা দি প্ৰথম বিভাগত পাছ কৰি এম-ডি এইচ, গোল্ড মেডেলিষ্ট ডিগ্ৰীৰ ডিপ্লোমা পালো। হোমিওপেথিক চিকিৎসাৰ অন্য ধৰণ বায়োকেমিক চিকিৎসা অৰ্থাৎ জীৱন ৰসায়ন চিকিৎসাহে ভালকৈ প্ৰচলন কৰিলো।

"২। আমাৰ উপৰি পুৰুষৰ পৰাই বৈদ্য বিদ্যা চলিয়েই আহিছে। যদিও উপৰিপুৰুষৰ বিষয় অতীত হৈছে, অথচ আমাৰ সিমান জ্ঞাত নাই। তথাপি ৺যুত সৰুধন তালুকদাৰৰ পুত্ৰ ৺যুত ৰামধন মহন্ত, ৺যুত ভকতৰাম মহন্ত, ৺যুত বৃহস্পতি মহন্ত। এওঁলোকে ক্ৰমে মুৰাৰা

সচঙ্গৰ ধৰ্মৰ অধিকাৰী হৈ সন্তধৰ্ম বজাই ৰাখি ধন্বন্তৰী উপাসনাত বৈদ্য বিদ্যাত পাৰ্গত হৈ নানাপ্ৰকাৰৰ বেমাৰৰ চিকিৎসা আদি কৰি সুখ্যাতি লভিছিল। মাজিউজনা মহন্তই বামুন্দি সত্ৰৰপৰা ভাগৱতী ধৰ্ম আনি মূৰাবা সচঙ্গ স্থাপন কৰে। তেওঁ এজন সিদ্ধ পুৰুষ আছিল। অনেক ঠাইত শিষ্য আদি কৰি পৃথক পৃথক সচঙ্গ স্থাপন কৰিছিল। তিনিওজনে ধৰ্মপন্থত আৰু চিকিৎসা আদিত সুখ্যাতি লভিছিল আৰু সিদ্ধপুৰুষ আছিল। তেতিয়াৰ দিনত সকলোৱে সত্য আচৰণত আছিল। আমাৰ পৈত্ৰিক সম্পত্তিৰ ভিতৰত মূৰাবা সচঙ্গ নামে সত্ৰখনহে আছিল। পূৰ্বৰ স্থাবৰ জমি সম্পত্তিৰ মূৰাবা, খৈৰাবাৰী, গৰকা নামে তিনিখন গাঁৱৰ মানুহক দয়া কৰি এৰি দিছিল। গতিকে সকলোৱে মূৰাবা সচঙ্গৰ শৰণাগত আছিল। শিষ্য আদিও প্ৰায় ৫০০ ঘৰমান আছিল। পূৰ্বৰ স্থাবৰ জমিৰ চাৰিওফালৰ চাৰিকোণাত চাৰিডাল আহতগছ বৰ্তমানেও আছে।

"৩। বৰ্তমান দিনৰ চিকিৎসাবিলাকৰ সম্পৰ্কেও ইংৰাজী ১৯০৪ চনৰ পৰা যথাসাধ্য চেষ্টা কৰি গুণমন্ত্ৰ সহকাৰে সকলোপ্ৰকাৰ চিকিৎসাৰ মূল তত্ত্বৰ আভাস লৈ আদৰ্শ স্বৰূপে দেশৰ হিতাৰ্থে ইংৰাজী ১৯২২ চনত ধন্বন্তৰী ষ্টোৰ নামে ধন্বন্তৰী ঔষধালয় স্থাপন কৰিলো। কলিৰ বিপ্লৱত যাতে সন্ত-সাধুৰ মান-সম্ভ্ৰম লাঘৱ নহয় এনে বিবেচনা কৰি পূৰ্বৰ মূৰাবা সচঙ্গৰ ধৰ্ম বজাই ৰখাৰ মানসে ডাক্তৰী ব্যৱসায় হাতত লৈ নিজ উপাৰ্জনেৰে ৰঙিয়া টাউনত পাঁচ বিঘা মাটি কিনি ধন্বন্তৰী ষ্টোৰৰ লগতে মূৰাবা সচঙ্গৰ ধৰ্মমন্দিৰ স্থাপন কৰি চিনাকি স্বৰূপে সন্ত ধৰ্মৰ পন্থ ৰখা হৈছে। যিকোনো ধৰ্মপৰায়ণ শিষ্য আদিয়ে ইচ্ছা কৰিলে পূৰ্বৰ আহিমতে শিক্ষা-দীক্ষা লব পাৰিব। বালি সত্ৰাধিকাৰী কৰ্ণধাৰ গুৰু শ্ৰীল শ্ৰীযুক্ত মহাদেৱ গোস্বামী প্ৰভুৱে ইংৰাজী ১৭-৬-১৯৪৫ তাৰিখে ধৰ্মাচাৰ্য্য উপাধিৰে ভূষিত কৰি সচঙ্গৰ ধৰ্ম ৰক্ষাৰ কাৰণে শিক্ষা-দীক্ষা সহকাৰে উপদেশ দিছে। শালমাৰা নিবাসী বামুন্দি সত্ৰৰ সন্তগুৰু শ্ৰীল শ্ৰীযুক্ত বসন্তচন্দ্ৰ

গোস্বামী প্ৰভুৰে মুৰাৰা সচক্ৰৰ সত্ৰধৰ্ম বজাই ৰখাৰ কাৰণে বিশেষ উপদেশ পাইছোঁ। কামৰূপ জিলাৰ বজালী থানা এলেকাৰ চাপাগুৰি মৌজাৰ নবৰলা গাঁৱৰ মোৰ নিজা শহুৰ বৈদ্যগুৰু ৺যুত বুজাৰাম ডেকা ওজাৰপৰা গুণ-মন্ত্ৰ ঔষধ আদিৰ শিক্ষা ললো। তেওঁ ইংৰাজী ১৯৪৩ চনৰ আঘোণ মাহৰ শুক্লা একাদশী তিথিত স্বৰ্গী হয়।

"৪। মোৰ বিবাহিতা সহধৰ্মিনী শ্ৰীমতী জয়ন্তীপ্ৰভা মহন্তনী সাধ্বী, পতিব্ৰতা, সৰলচিত্তৰ, বুদ্ধিহীন, অজলা স্বভাৱৰ, অচলা লক্ষ্মীৰ দৰে মেধাশক্তিৰ, গতিকে গৃহস্থী চলোৱা কাজত একেবাৰে ভোলা।

"৫। মূঠৰ ওপৰত বংশ-জ্ঞাতি, কুৰ্মা-কুটুম্ব আদিৰ কোনো সহায় নাপালো। আশ্ৰয়হীন হোৱাৰ কাৰণেই ব্যৱসায়ত সিমান উন্নতি কৰিব নোৱাৰিলো। সৰুতে পিতাৰ মুখে শুনিছিলো যে কপালং কপালং কপালং মূলং অৰ্থাৎ কপালত যি লিখা আছে সেইটোৱেই হব। ইত্যাদি বিবেচনায় ঈশ্বৰক সাৰাংশ মানি যোগ-ধ্যান-জপ্ আদিৰে ঈশ্বৰ উপাসনাত থাকি পৈত্ৰিক ধৰ্ম বজাই ৰাখি মুৰাৰা বুঢ়া সচক্ৰৰ ধৰ্ম পালন কৰি আছোঁ। মোৰ জীৱনত মন মিলন সঙ্গী নোপোৱাত অকলেই সকলো কৰ্মতেই উদ্যোগী হৈ চলিছিলো। এতিয়া বুঢ়া বয়সত যে কৰ্মোন্নতি কৰিব পাৰিম এনে আশা বিৰল আৰু অসাধ্য গতিকে পৰমেশ্বৰতে সৰ্বভৰসা।"

(ধন্বন্তৰী গ্ৰন্থ, পৃঃ ২৮২—২৮৬)

৺মহন্তই হয়তো 'জীৱনত মন মিলন সঙ্গী নোপোৱাত' নীৰৱ হৈ পৰিছিল আৰু মনৰ এই অস্ফুট বেদনা, পাহৰি যোৱাৰ কাৰণেই প্ৰতি মুহূৰ্ত কামৰ মাজেৰেই অতিবাহিত কৰি দিছিল। চলন-ফুৰন, খোজ-কাটল, কথা-বতৰা সকলোতে তেওঁ আছিল গহীন। কান্ধত পৰা চুলিকোছাৰে লগাত ৰুদ্ৰাক্ষৰ মালা, গললৈকে বুটাম মৰা ফুলছাৰ্টৰ ওপৰত কোটচোলা পিন্ধি চুৰিয়াখন ঠুৰিয়াই লৈ ভৰিত জোতা-মোজা পিন্ধি হাতত লাখুটি লৈ চুটিচাপৰ নোদোকা মানুহজন দেখিলেই শ্ৰদ্ধা উপজিছিল। খোজকেইটাও আছিল গুজুং গুজুং।

দেখিলেই এনে লাগিছিল কিবা যেন তাবত বিভোৰ। তেওঁৰ অবিহনে নিজৰ পুত্ৰ-কন্যাৰ মাজত যাতে স্থাবৰ সম্পত্তি লৈ কোনো কাজিয়া-পেঁচাল নহয় তেওঁ আবো ব্যৱস্থা কৰি থৈ গৈছিল। এইজনা সন্ত-সাধু সুচিকিৎসক স্বৰ্গী হয় ১৯৭৩ চনৰ ৬ জুলাই শুকুৰবাৰে। মৃত্যুৰ প্ৰায় তিনিমাহ আগতে ৺মহন্তই এখন চিঠি লিখিলে আমাৰ ৰাষ্ট্ৰপতি শ্ৰীভি-ভি গিৰিলৈ। তেওঁৰ বয়স তেতিয়া প্ৰায় ৯৬ বছৰ। তেওঁৰ ৰবল'ৰা শ্ৰীৰত্নকান্ত মহন্তই সৈন্যবিভাগত কাম কৰে। তেতিয়া তেওঁ চিমলাত আছিল। তেওঁ হয়তো বেছি 'দিন নাথাকিব, গতিকে ল'ৰাক এবাৰ চাব খোজে। সোনকালে ছুটী দি পঠাব লাগে। ৰাষ্ট্ৰপতিয়ে চিঠিত লিখা মতে সেনাধ্যক্ষক জনাই শ্ৰীৰত্নকান্ত মহন্তক ছুটী দি পঠালে। সচাঁকৈয়ে ৺লম্বমুৰাম মহন্তই তেওঁৰ পুত্ৰ শ্ৰীৰত্নকান্ত মহন্তক মৃত্যুৰ আগ মুহূৰ্তত দেখা পালে।

৺মহন্তই ছয়খন গ্ৰন্থও লিখে—ধন্বন্তৰী গ্ৰন্থ, পঞ্চভূত, ধন্বন্তৰী গ্ৰন্থ ( ২য় খণ্ড ), সত্য আগমনত ধৰ্মতত্ত্ব, সত্য ধৰ্মৰ ধৰ্মতত্ত্ব আৰু গীতা-মাহাত্ম্যম্। গ্ৰন্থকেইখনৰ নাম অনুযায়ী বিষয়বস্তু ধাৰাবাহিক নহয়, সানমিহলি। প্ৰকাশভঙ্গীও তদনুৰূপ, গদ্য-পদ্যৰ সংমিশ্ৰণ।

'ধন্বন্তৰী গ্ৰন্থ' ৩৭৬ পৃষ্ঠাৰ। এই গ্ৰন্থখনি ছয়টা অধ্যায়ত বিভক্ত। প্ৰথম অধ্যায়ক চিকিৎসা সংহিতা, দ্বিতীয় অধ্যায়ক মন্ত্ৰ সংহিতা, তৃতীয় অধ্যায়ক ধৰ্ম সংহিতা, চতুৰ্থ অধ্যায়ক ঔষধ সংহিতা, পঞ্চম অধ্যায়ক জ্যোতিষ সংহিতা আৰু ষষ্ঠ অধ্যায়ক বিবিধ সংহিতা আখ্যা দিছে। চিকিৎসা সংহিতাত ৰোগৰ উৎপত্তিৰ কাৰণ, বিভিন্ন ৰোগৰ চিকিৎসা ব্যৱস্থা, পথ্য আদিৰ নিৰ্দ্ধাৰণ কৰি দিছে। মন্ত্ৰ সংহিতাত মন্ত্ৰৰ আৱশ্যক, বিভিন্ন ধৰণৰ মন্ত্ৰ আদিৰ সবিশেষ বৰ্ণনা দিয়া হৈছে। ধৰ্ম সংহিতাত ধৰ্মৰ মাহাত্ম্য, তেনেধৰণে ঔষধ আৰু জ্যোতিষৰ আৱশ্যকতাৰ বিষয়েও বাকী অধ্যায়ত বিশদভাৱে বৰ্ণনা কৰিছে। গ্ৰন্থকাৰে সুযোগ বুজি নিজৰ পৰিচয়, চিকিৎসা আৰু ঔষধ আদিৰো গুণাগুণৰ কথা নিলিখাকৈ থকা নাই।

'পঞ্চভূত' গ্ৰন্থখন ধন্বন্তৰী গ্ৰন্থৰ চতুৰ্থ অধ্যায়ৰ অন্ত এক সংস্কৰণ বুলিয়ে কব পাৰি।

'সত্য আগমনৰ ধৰ্মতত্ত্ব' আৰু 'সত্য ধৰ্মৰ ধৰ্মতত্ত্ব' দুয়োখন গ্ৰন্থই ধৰ্মমূলক। নামঘোষা, গীতা আদিৰ উদ্ধৃতি দাঙি ধৰি তাকে সহজ সৰলভাৱে বুজাই লিখা হৈছে যাতে সৰ্বসাধাৰণ লোকে এই তত্ত্ববোৰ বুজি পালন কৰি সত্যধৰ্ম ৰক্ষা কৰি পৃথিবীত শান্তি স্থাপন কৰিব পাৰে।

গ্ৰন্থ কেইখন পঢ়িলে এটা কথা স্পষ্ট হৈ পৰে যে ৺মহন্ত এজন চিকিৎসক হিচাপে চিকিৎসাৰ কথাবোৰ যাতে সকলোৱে বুজি লৈ ৰোগমুক্ত হব পাৰে তাকে যিকোনো উপায়ে জনসাধাৰণক বুজাবলৈ চেষ্টা কৰিছিল। আনফালে ৺মহন্ত নিজে ধৰ্মপ্ৰাণ ব্যক্তি আছিল কাৰণে ধৰ্মৰ কথাবোৰ সহজ সৰলভাৱে আনক বুজাবলৈকে লিখিছিল। সেয়েহে গদ্য-পদ্যৰ সংমিশ্ৰণ দেখা গৈছে। ভাষাও সহজ-সৰল, সাধাৰণ মানুহৰ।

সাহিত্যিক হোৱাৰ আশাৰে তেওঁ গ্ৰন্থ লিখা নাছিল যদিও নিজে জনা কথাখিনি আনক বুজাবলৈকে এই গ্ৰন্থ লিখা হৈছিল। নীৰৱে নিৰলে এনে ধৰণে চৰ্চাৰত হৈ জাতি এটাক কেনেকৈ ৰোগমুক্ত কৰিব পৰা হয়, সৎপথলৈ আনি কেনেকৈ সত্যধৰ্ম প্ৰবৰ্তাব পৰা হয় সেয়ে জীৱনৰ ব্ৰত স্বৰূপে লৈ কালাতিপাত কৰিছিল কাৰণে বৰিয়া আলোচনী সভাই ১৯৭০ চনত বাগ্মীবৰ শ্ৰদ্ধেয় শ্ৰীনীলমণি ফুকনদেৱৰ সভাপতিত্বত বহা বাৰ্ষিক অধিবেশনত 'নীৰৱ সাধক' ৰূপে অভিনন্দিত কৰে।

# প্ৰত্নতত্ত্ববিদ ৰমেশচন্দ্ৰ বৰকাকতী

**শ্ৰীনাৰায়ণচন্দ্ৰ বেজবৰুৱা**

বয়সত চাৰিকুৰিৰ দেওনা পাৰ হোৱা, অসমৰ যিসকল নীৰৱ সাহিত্যসেৱী, বুৰঞ্জীবিদ তথা দেশসেৱক, ভাষা-জননীৰ নিঃস্বাৰ্থ সেৱকে জীৱনৰ শেষ নিশ্বাস ত্যাগ কৰাৰ সময়লৈকে অসমীয়াৰ, সৰ্বতোপ্ৰকাৰ উন্নতিৰ কাৰণে নিজৰ বিদ্যা-বুদ্ধি, শিক্ষা অনুপাতে যৎপৰোনাস্তি চেষ্টা কৰি গ'ল, সেই সকলৰ ভিতৰত স্বৰ্গীয় ৰমেশচন্দ্ৰ বৰকাকতীদেৱক কেৱল অন্যতম বুলি মোখনি মাৰি থলেই যথেষ্ট নহয়। এজন সৰৱৰহী সমাজসেৱক আৰু বয়সে বেঁকা কৰিব নোৱাৰা চিৰসেউজ সাহিত্য-কলামোদী ব্যক্তি হিচাপে স্বৰ্গীয় বৰকাকতীদেৱক উত্তৰ গুৱাহটীয়া ৰাইজে এই শতাব্দীৰ দ্বিতীয় দশকৰপৰা বিশেষভাৱে পাই আহিছিল।

ডেকা জীৱনত সংগীতৰ প্ৰতি দুৰ্দমনীয় হেঁপাহ আৰু গান্ধীজীৰ দেশসেৱা মন্ত্ৰত উদ্‌বুদ্ধ কৰ্মী হিচাপে তেওঁৰ নিষ্ঠা, ত্যাগ আৰু কৰ্মকুশলতাৰ চানেকী সমসাময়িক সুধীবৃন্দই আজিও সম্ভ্ৰমেৰে স্মৰণ কৰে।

উত্তৰ গুৱাহাটীৰ থলুৱা বিশেষকৈ প্ৰত্নতত্ত্ব বিষয়ত তেওঁৰ অনুসন্ধান, অধ্যয়ন আৰু জ্ঞান এই ঠাইৰে কৃতী সন্তান সোণাৰাম চৌধুৰীদেৱৰ দৰেই বুলি আমি প্ৰকাৰান্তৰে হলেও কবলৈ বাধ্য।

ইংৰাজী ২৮।২।১৮৯৩ তাৰিখে উত্তৰ গুৱাহাটীৰ ৰজাদুৱাৰত তেওঁ জন্মগ্ৰহণ কৰে। তেওঁৰ দেউতাক শচীধৰ বৰকাকতী আৰু মাক গণেশ্বৰী বৰকাকতী। বাৰ বছৰ বয়সতেই তেওঁ দেউতাকক হেৰুৱা-বলগীয়া হয়। সেই দিন ধৰি এটি বিৰাট পৰিয়ালৰ মেটমৰা বোজা কান্ধত লৈ আলৈ-আহুকালৰ মাজেদি তেওঁ শিক্ষা গ্ৰহণ কৰিবলগীয়া হৈছিল। আউনিআটী কমলদেৱ ইন্‌ষ্টিটিউটৰ প্ৰথম দলৰ পৰীক্ষাৰ্থী

হিচাপে তেওঁ দ্বিতীয় বিভাগত মেট্রিক পাছ কৰি কটন কলেজৰ আই-এ শ্ৰেণীতে নাম লগায়। কিন্তু মহাত্মা গান্ধীৰ ছাত্রসমাজৰ প্ৰতি কৰা দেশসেৱাৰ আহ্বান বৰকাকতীদেৱে সৰহ দিন উপেক্ষা কৰি থাকিব নোৱাৰিলে। অন্যান্য বহুতো দেশপ্ৰাণ ডেকা ছাত্ৰৰ লগতে বৰকাকতীয়েও গান্ধীজীৰ অসহযোগ আন্দোলনত সক্রিয়ভাৱে জঁপিয়াই পৰিল। ১৯২১ চনৰ আন্দোলনত যোগ দিয়াৰ অপৰাধত তেওঁক ছমাহ কাৰাদণ্ড বিহা হয়। জেলৰপৰা ওলাই তেওঁ স্থিৰ কৰিলে যে দেখুৱাই দেশসেৱা কৰি কাৰাবৰণ কৰাতকৈ ইংৰাজ চৰকাৰৰ চকুত ধূলি মাৰি লুকাই লুকাই সেই কামত সহজে আগবঢ়া যায়। আন কেইজনমান ছাত্ৰ-বন্ধুৰ সৈতে যোগ হৈ বৰকাকতীয়ে কংগ্ৰেছৰ গুপ্ত প্ৰচাৰ বাহিনীৰ লগত সহযোগ কৰি প্ৰচাৰ পত্ৰ বিতৰণ কাৰ্য্যত একাণ পটীয়াকৈ লাগিল। সকলো প্ৰচাৰকাৰ্য্য হৈছিল 'ৰোণিয়' কৰা প্ৰচাৰ পত্ৰ বা প্ৰচাৰ পুস্তিকা বিতৰণৰ যোগে। চৰকাৰৰ চোৰাংচোৱা বিভাগ বিমোৰত পৰিছিল কোনে কেনেকৈ ৰাতাৰাতি ক'ত প্ৰচাৰপত্ৰ 'ৰোণিয়' বাতৰি নিতৌ সূৰ্য্যোদয়ৰ আগে আগেই সেইবোৰৰ বিতৰণ কাৰ্য্য গুৱাহাটীৰ উজানবজাৰৰ পৰা ভৰলুমুখলৈকে আৰু গোটেই উত্তৰ গুৱাহাটী আৰু তাৰ ওচৰে নাজৰে থকা ঠাইবোৰত বিতৰণ কৰিছিল। এই 'ৰোণিয়' যন্ত্ৰটো কাৰ? ইয়াক ক'ত ৰখা হৈছে? আৰু কোনে এই যন্ত্ৰৰ সহায়ত শ হ শই প্ৰচাৰপত্ৰ 'ৰোণিয' কৰি নিতৌ বিলাইছে? এইবোৰ প্ৰশ্নই পুলিচ বিভাগৰ মূৰৰ বিষ বাঢ়কৈয়ে তুলিছিল।

ৰসিক বৰকাকতীয়ে ১৯৪২ চনৰ 'কৰেঙ্গে যা মৰেঙ্গে' ৰণত সক্রিয় অংশ নানান অসুবিধাৰ কাৰণে গ্ৰহণ কৰিব নোৱাৰাত প্ৰায় উচপিচাই থকা দেখা গৈছিল। তেওঁ তেতিয়া উত্তৰ গুৱাহাটী আউনিআটী কমলদেৱ ইন্সটিটিউটৰ এজন বিশ্বস্ত শিক্ষক। ১৯২১ চনৰ অসহযোগ আন্দোলনৰ 'ৰোণিয়' উপাখ্যানটো ৰগৰেৰে সৈতে কৈ সকলোকে আমোদ দিছিল। 'ৰোণিয়' সম্পৰ্কে বোলে অসংখ্য

কবিতা ৰচনা হৈছিল। 'বোণিয় মাহাত্ম্য' নামে এটি কবিতাৰ দুই একাকি গাই তেওঁ নিজেও 'দিল খুলি' হাঁহিছিল আৰু আনকো সেই হাঁহিত যোগ দিবলৈ বাধ্য কৰিছিল।

সি যিনহওক, এনে ধৰণেই জীৱনৰ শেষ মুহূৰ্তলৈকে বৰকাকতীদেৱে নিজৰ জীৱনটোক এটা নিস্পৃহ কৰ্মযন্ত্ৰ হিচাপে ব্যৱহাৰ কৰি নানান সমাজ-কল্যাণ আৰু সমাজসংগঠন কাৰ্য্যত লিপ্ত থাকি নিঃস্বাৰ্থ দেশসেৱাৰ যি পটন্তৰ দাঙি ধৰিলে তাৰ পৰিসৰ যিমানেই নহওক, নীৰৱ দেশসেৱাৰ ক্ষেত্ৰত সি যে এক অনুকৰণীয় আদৰ্শ তাত কোনো সন্দেহ নাই।

শিক্ষক হিচাপে তেওঁ ছাত্ৰবিলাকক যেনেকৈ শাসন কৰিছিল তেনেকৈ মৰমো কৰিছিল। ডেকা কালোছোৱাত স্কুলৰ এনে কোনো সভা সমিতি নাছিল যত বৰকাকতীদেৱৰ বিশিষ্ট ৰঙণি নাছিল— বিশেষকৈ সাংস্কৃতিক বিষয়ত।

তল শ্ৰেণীৰ গান গাব পৰা সৰু সৰু ল'ৰাবোৰ গোটাই লৈ স্কুলৰ বঁটা বিতৰণী আদি সভাত সিহঁতৰ দ্বাৰা সমবেত সঙ্গীত গোৱাইছিল। হাৰ্মনিয়াম বজাইছিল তেওঁ নিজে ইং ১৯২৬ চনত পাণ্ডুত বহা ভাৰতীয় জাতীয় কংগ্ৰেছত গাবলৈ ঠিক কৰা এটাইকেইটা সমবেত গীত বৰকাকতীয়ে নিজে শিকি, স্কুলৰ ল'ৰাবিলাকক শিকাই গোৱাইছিল। এই গীতবোৰৰ ভিতৰত স্বৰ্গীয় উমেশ চৌধাৰীৰ :

সাদৰো সুভাগত সেৱক সমাগত
সম্ভাৰো নয়নৰ নীৰে।
জনগণ প্ৰতিনিধি নায়ক মহামতি
পবিত্ৰ লৌহিত্য তীৰে॥

এই সমবেত গীতটো বিশেষকৈ লেখত লবলগীয়া এইকাৰণেই যে এইটো জটিল গীত। বৰকাকতীৰ উদাত্ত কণ্ঠত সেই সময়ত এই গীতটি শুনিবলৈ বহুতে বিশেষ আগ্ৰহ কৰিছিল।

পুৰণি অসমৰ বুৰঞ্জী আৰু প্ৰত্নতত্ত্বৰ বিষয়ে অনুসন্ধান আৰু গৱেষণাৰ যি টোৰে অসমৰ ইমূৰৰ পৰা সিমূৰলৈকে টৌৱাই দিছিল, সেই ঢৌত খৰ মাৰি যিসকলে নিজ নিজ সাধ্যানুসৰি অসমীয়া ঐতিহ্যৰ আঁতজ্ৰাল আটাইবে আগত দাঙি ধৰি অসমীয়াক আত্মবিস্মৃতিৰ গৰাহৰ পৰা ৰক্ষা কৰিবলৈ আপ্ৰাণ চেষ্টা চলাইছিল সেই সকলৰ মাজত ৰমেশচন্দ্ৰ বৰকাকতীদেৱৰ নামো সুঁৱৰিব লাগিব।

পণ্ডিত প্ৰবৰ আনন্দৰাম বৰুৱা আৰু সঙ্গীত ওজা লক্ষ্মীৰাম বৰুৱাৰ জন্মভেটিৰ নিচেই ওচৰতে জন্মগ্ৰহণ কৰা ৰমেশচন্দ্ৰ বৰকাকতীদেৱৰ মন কেৱল কেন্দ্ৰীভূত হৈছিল আনন্দৰাম বৰুৱা আৰু লক্ষ্মীৰাম বৰুৱাৰ প্ৰতিভাৰ জিলিকণি অসম তথা পৃথিবীত বিলাই দিয়াৰ ক্ষেত্ৰত। সভাই-সমিতিয়ে যতেই যেতিয়া সুবিধা পাইছিল, তেওঁ এই দুজন অসমৰ উজ্জ্বল ৰত্নৰ কথা প্ৰায়েই কোৱা শুনা গৈছিল। সঙ্গীত ওজা লক্ষ্মীৰাম বৰুৱাৰ জীৱনী এখন হাতেলিখা অৱস্থাতে এতিয়াও আছে। ইয়াৰ বাহিৰেও সোণাৰাম চৌধুৰীৰ জীৱনী, অকণিৰ শকুন্তলা আদি তেওঁৰ উল্লেখযোগ্য প্ৰকাশিত পুথি।

বুৰঞ্জীবিদ আৰু প্ৰত্নতাত্ত্বিক হিচাপে তেওঁ সময়ে সময়ে লিখা বিভিন্ন প্ৰবন্ধ পাতি আৱাহন, ৰামধেনু, নৱযুগ, অসম সাহিত্য সভা পত্ৰিকা আদিত প্ৰকাশ হৈছে। অপ্ৰকাশিত বহুতো বুৰঞ্জী বিষয়ক প্ৰবন্ধ তেওঁ এৰি থৈ গৈছে।

উত্তৰ গুৱাহাটীৰ এনে কোনো সামাজিক প্ৰতিষ্ঠান বা অনুষ্ঠান নাই যাৰ লগত বৰকাকতীদেৱ পৰোক্ষ বা প্ৰত্যক্ষভাৱে জড়িত নাছিল। মহাপ্ৰভু দৌলগোবিন্দ মন্দিৰ নিৰ্মাণত বৰকাকতীদেৱৰ আশাশুধীয়া প্ৰচেষ্টাৰ কথা সকলোৱে একমুখে স্বীকাৰ কৰে। আৰু স্বীকাৰ কৰে তেওঁৰ অসমীয়া ভাষা আৰু সংস্কৃতিৰ প্ৰতি থকা অনুৰাগ আৰু তাৰ উন্নতিৰ কাৰণে কৰা তেওঁৰ আজীৱন সেৱা।

আউনিআটী কমলদেৱ ইনষ্টিটিউটৰ শিক্ষকতাৰপৰা বৰকাকতীদেৱে

অৱসৰ লয় ১৯৬৪ চনত। অৱসৰৰ এই কালছোৱা সাধাৰণ অৱসৰপ্ৰাপ্ত চাকৰিয়ালৰ দৰে বৰকাকতীদেৱে কটোৱাৰ কথা কল্পনাই কৰিব নোৱাৰিছিল। বৰঞ্চ এই কালছোৱাত তেওঁ বহুতো সামাজিক কামত পূৰ্ণোদ্যমে জড়িত হৈহে পৰিছিল।

১৯৭৩ চনৰ ২২ এপ্ৰিলৰ দিনা বৰকাকতীদেৱৰ পৰলোক প্ৰাপ্তি হয়। মৃত্যুৰ সময়ত তেওঁৰ বয়স হৈছিল আশী বছৰ ছমাহ। তেওঁৰ মৃত্যুত অসমে এজন প্ৰকৃত দেশপ্ৰেমিক আৰু নীৰৱ সাহিত্য সেৱীক হেৰুৱালে।

# 'নৱযুগ' ৰচয়িতা মাধৱচন্দ্ৰ শৰ্মা

শ্ৰীদীবা দেৱী

সাহিত্যিক, চিত্ৰশিল্পী, সমাজ সংস্কাৰক আৰু কৃতী শিক্ষক মাধৱ-চন্দ্ৰ শৰ্মাৰ ১৮৯৮ চনৰ জানুৱাৰী মাহৰ ১ তাৰিখে পশ্চিম মঙ্গলদৈৰ অন্তৰ্গত গন্ধিয়া গাঁৱত জন্ম হয়। তেওঁৰ পিতৃ বিখ্যাত জ্যোতিষ পণ্ডিত হংসনাথ শৰ্মা আৰু মাতৃ জয়মতী দেৱী।

গন্ধিয়া গাঁৱৰে প্ৰাথমিক স্কুলত প্ৰাইমাৰী শিক্ষা শেষ কৰি উচ্চ শিক্ষাৰ্থে মাধৱচন্দ্ৰই গুৱাহাটীলৈ আহে আৰু তাত সোণাৰাম হাইস্কুলত ভৰ্তি হয়। আৰ্থিক দুৰৱস্থাৰ বাবে তেওঁ গুৱাহাটীৰ কিছুমান দোকানৰ জাননী ছন্দেৰে লিখি দি মহাজন, বেপাৰী আৰু সদাশয় লোকৰ মৰম আৰু আৰ্থিক সাহায্য লাভ কৰে আৰু এনেকৈ তেওঁ নানা দুখ-কষ্টৰ মাজেৰে পঢ়ি ১৯১৫ চনত শিক্ষাৰ সামৰণি মাৰে।

মাধৱ শৰ্মাৰ জীৱিকাৰ প্ৰধান পথ আছিল শিক্ষকতা। তেওঁ সুদীৰ্ঘ ডেৰকুৰি বছৰ চামতা হাইস্কুলত (বৰ্তমান উচ্চতৰ মাধ্যমিক স্কুল) শিক্ষকতা কৰি জীৱিকা নিৰ্বাহ কৰিছিল। শিক্ষকতা কামৰ লগে লগে তেওঁ সাহিত্য চৰ্চাতো লাগিছিল। সমাজৰ সংস্কাৰমূলক কামতো তেওঁৰ বৰঙণি যথেষ্ট। শৰ্মাৰ আশাশুধীয়া যত্নৰ ফলতেই গন্ধিয়া গাঁৱত ১৯০৮ চনত 'গন্ধিয়া যুবক সম্মিলনী' আৰু পুথিভঁৰাল, ১৯২৬ চনত বালক সম্মিলন আৰু ১৯৪৭ চনত মহিলা সমিতি স্থাপিত হয়। তাৰ উপৰিও গন্ধিয়া গাঁৱৰ ওচৰে-কাষৰে থকা গাঁওবোৰতো শিক্ষা-সংস্কৃতিমূলক কাম যেনে ছবি অঁকা, গান-বাজনা শিকোৱা, লাঠি-খেল আদি শিকাই তেওঁ উঠি অহা ল'ৰাছোৱালীবোৰক অনুপ্ৰাণিত কৰিছিল। তেওঁ গাঁওবোৰত বাল্যবিবাহ আৰু নিৰক্ষৰতা দূৰীকৰণ আৰু বিধবা বিবাহ প্ৰচলনৰ প্ৰচেষ্টাও চলাইছিল।

শৰ্মাৰ হাতৰ তুলিকাত ৰূপ লৈছিল নানা ৰংবেৰঙৰ ছবি। ধুনীয়া ধুনীয়া ছবি অঁকা, গানগোৱা, চিলাই শিকোৱা, অভিনয় কৰা, শ শ ছাত্ৰক সুশিক্ষাৰে শিক্ষিত কৰি তোলা, কণ কণ ল'ৰাছোৱালীক মধুৰ বাক্যেৰে নানা উপদেশ দিয়া এই বোৰেই তেওঁৰ জীৱনৰ ঘাই কাম আছিল। এইজন লোকৰ ১৯৫৫ চনৰ অক্টোবৰ মাহৰ ৬ তাৰিখে গুৱাহাটীৰ নৱগ্ৰহত চিকিৎসাধীন অৱস্থাত মৃত্যু হয়। সাংসাৰিক জীৱনত নানাভাৱে ব্যথিত আৰু জৰ্জৰিত হৈও মৃত্যুৰ সময়ত তেওঁ উপযুক্তা সহধৰ্মিনী আৰু তিনিজনী সৰু ছোৱালী এৰি থৈ যায়। নানাৰকম দুৰ্যোগৰ মাজেদিও শিক্ষিতা ভাৰ্য্যাৰ অশেষ শ্ৰম আৰু কৰ্তব্যনিষ্ঠাৰ ফলত বৰ্তমানে আটাই-কেইজনী ছোৱালীয়ে যুটি যাব পৰা হৈছে।

মাধৱচন্দ্ৰ শৰ্মাদেৱ আছিল একেধাৰে স্বভাৱকবি, নাট্যকাৰ, প্ৰবন্ধ লেখক, গীতিকাৰ আৰু গায়ক। আৰ্থিক দুৰৱস্থাই গল চেপি নধৰিলে তেওঁৰ নামো কিজানি আহি সকলোৱেই জানিলেহেঁতেন। কোনো কবি বা সাহিত্যিকৰ ৰচনাৰ লেখ লওঁতে সমসাময়িক পৰিবেশৰ উমান লোৱাৰ উপৰিও সেই সন্দেহ জনৰ ব্যক্তিত্বলৈ ভুমুকি মাৰিব লাগিব। কিয়নো যিকোনো ধৰণৰ প্ৰকৃত সাহিত্যৰে ভেটি হৈছে ব্যক্তিগত অভিজ্ঞতা। ইংৰাজ সমালোচক উইলিয়াম হেন্‌ৰি হাড্‌ছনে লিখিছে: "এখন ডাঙৰ কিতাপ গ্ৰন্থকাৰৰ মগজু আৰু অন্তৰৰ পৰাই জন্ম পায়। তেওঁ নিজকে কিতাপৰ পাতবোৰত থাপনা কৰে। তেওঁৰ জীৱনৰ ওপৰতে সেইবোৰ নিৰ্ভৰ কৰে আৰু তেওঁৰ ব্যক্তিত্বৰ সঙ্গত সেইবোৰ জড়িত হৈ পৰে।" আমি সেয়েহে পম খেদি গলে কিতাপৰ আঁৰত থকা মানুহ জনৰহে প্ৰথমতে ওচৰ চাপিব লাগিব। মাধৱ শৰ্মাৰো সাহিত্যৰ আঁৰত তেওঁ নিজ মানুহজন লুকাই আছে। এতিয়া তেওঁৰ কিতাপ কেইখনৰ এটি আলোচনা কৰা যাওক।

'নৱযুগ' শৰ্মাদেৱৰ প্ৰথম ৰচনা। ই এখন সংস্কাৰধৰ্মী সামাজিক

নাটক। ১৯২৫ চনত প্ৰকাশ হয়। এ সময়ত আমাৰ দেশত বাল্যবিবাহৰ বৰ প্ৰচলন আছিল। কম বয়সৰ ল'ৰা ছোৱালীৰ বিয়াৰ ফলত হোৱা নানাৰকম বেমাৰ আজাৰৰ দ্বাৰা কিমানজন পিতৃ-মাতৃয়ে অকালতে পুত্ৰক হেৰুৱাবলগা হৈছিল, কোনো সৰু ছোৱালীক বৃদ্ধলৈ বিয়া দিয়াৰ ফলত কেনেকৈ বাল্যবিধবাৰ জীৱন বিপন্ন হৈছিল তাৰ এটি স্পষ্ট চিত্ৰ নাটকখনত আছে। নাট্যকাৰে নিজেই ১৫ বছৰ বয়সত প্ৰথম বিবাহ কৰাই সংসাৰ ত্যাগ কৰি বহু বছৰ ব্ৰহ্মচৰ্য্য ব্ৰত পালন কৰিছিল। উপযুক্ত বয়সত নিজেই দ্বিতীয় বিবাহ কৰাইছিল। গাঁৱৰ সহযোগী বন্ধুসকলৰ দ্বাৰা 'নৱযুগ' কেবাবাৰো গাঁৱত অভিনীত হৈছিল।

'মুকুল' স্বদেশপ্ৰেমমূলক কবিতাৰ পুথি। এই কিতাপখন অসম-কেশৰী অম্বিকাগিৰি ৰায়চৌধুৰীদেৱৰ উৎসাহ আৰু প্ৰেৰণাত তেওঁৰেই ছপাশালত ১৯২১ চনৰ অসহযোগ আন্দোলনৰ সময়ত প্ৰকাশ হয়। লিখকৰ এইখনেই প্ৰথম প্ৰকাশিত পুথি। শৰ্মা আছিল আধ্যাত্মিক ভাৱধাৰাৰ কবি। ভগবানত তেওঁৰ আছিল অটল বিশ্বাস। সৎ কৰ্ম কৰিলে যে ভগবানৰ অনুগ্ৰহত দেশে যে এদিন স্বাধীনতা পাবই এই কথা তেওঁ দৃঢ়ভাৱে বিশ্বাস কৰিছিল।

'দেৱমন্দিৰ বা ব্ৰহ্মচৰ্য্য সোপান' প্ৰাচীন গুৰুকুলৰ আদৰ্শত লিখা এখন কবিতা-পুথি। ১৯৪৪ চনত স্বনামধন্য পণ্ডিত শিৱনাথ ভট্টাচাৰ্য্যদেৱে এই কিতাপখন প্ৰকাশ কৰে। কবি নিজেই বহু বছৰ ব্ৰহ্মচৰ্য্যব্ৰত পালন কৰি থকা সময়ত এই কিতাপখন লিখে। এই কিতাপৰ দ্বিতীয় সংস্কৰণ এটি বিচিত্ৰনাৰায়ণ দত্তবৰুৱাদেৱে প্ৰকাশ কৰি উলিয়ায়।

১৯৫৬ চনত শ্ৰীদ্বীপেন্দ্ৰনাথ শৰ্মাদেৱে মাধৱ শৰ্মাৰ 'চাটি-মাটিৰ সাধু' নামৰ কিতাপখন সম্পাদনা কৰে আৰু প্ৰকাশ কৰে লিখকৰ পত্নী শ্ৰীদিব্যপ্ৰভা দেৱীয়ে।

১৯৫৮ চনত চামতাৰ ছাত্ৰসকলে 'মাধৱচন্দ্ৰ স্মৃতিৰক্ষা সমিতি'ৰ

পৰা 'বীণাৰ তান' নামৰ কবিতা-পুথিখন ছপা কৰে আৰু দুখীয়া পৰিয়াললৈ অকণ জীয়াই থকাৰ সমল দিয়ে।

তেওঁৰ অপ্ৰকাশিত পুথিৰ ভিতৰত 'ভনীটিলৈ চেনেহ চানেকী'ত নাৰীৰ সাংসৰিক দায়িত্ব আৰু কৰ্তব্যৰ বিষয়ে ককায়েকে ভনীয়েকলৈ দিয়া উপদেশৰ মাজত সুন্দৰভাৱে আছে। ছোৱালীৰ বিয়াৰ উপহাৰৰ যোগ্য এনে ধৰণৰ পুথি আমাৰ সাহিত্যত বেছি নাই। 'জীৱন বসন্ত' মাক-জীয়েকৰ মাজত কথা হোৱা এখন পাৰিবাৰিক নাটক। যৌৱনপ্ৰাপ্তা ছোৱালীয়ে কেনেকৈ ব্ৰহ্মচৰ্য্য পালন কৰিব লাগে তাৰ বৰ্ণনা আছে। 'গীতাসাৰতত্ত্ব'ৰ কলেবৰ সৰু। এই পুথিখনত গীতাৰ মূল কথাখিনি চমুৱাই লিখা হৈছে। 'বিবেক বাণী' আৰু 'উত্থান পথ' প্ৰবন্ধমূলক ৰচনা। উপযুক্ত সংৰক্ষণৰ অভাৱত এই দুখন পুথি প্ৰায় নষ্ট হৈ গৈছে। মাধৱ শৰ্মাৰ বহুতো কবিতা 'চেতনা', 'বাঁহী', 'আৱাহন' আদি সেই সময়ৰ আলোচনীত ঠাই পাইছিল আৰু সমাদৰো লাভ কৰিছিল। 'বীণাৰ তান'ৰ পাতনিত শ্ৰীত্ৰৈলোক্যনাথ গোস্বামী দেৱে লিখিছিল: "প্ৰতিকূল অৱস্থাৰ হেঁচাখুন্দাত পৰিও তেওঁ কেতিয়াও আদৰ্শচ্যুত হোৱা নাই আৰু সাহিত্যৰ প্ৰতি থকা গভীৰ অনুৰাগো কেতিয়াও ম্লান হবলৈ দিয়া নাই।"

শৰ্মাদেৱৰ সজ উপদেশে ছাত্ৰবিলাকৰ দিছিল অনুপ্ৰেৰণা, সহকৰ্মী সকলক আনন্দ আৰু উৎসাহ। তেওঁ আছিল বাস্তৱবাদী, অক্লান্ত কৰ্মী। তেওঁৰ সাধনা আছিল:

"প্ৰভো মোক চলাইছা অনন্ত ছলত
অনন্ত দুখৰ ভাৰ দিছা হৃদয়ত
তথাপি নেৰিম মই
দেহকো কৰিম ক্ষয়
প্ৰাণকো কৰিম লয় তোমাৰ ভাৱত।" ( বীণাৰ তান )

# ৰহস্য-লিখক প্ৰেমনাৰায়ণ

ডঃ শ্ৰীপ্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য

কুৰিশতিকাৰ মাজভাগত অসমীয়া সাহিত্যৰ বৰপেৰাত সোণ-ৰূপৰ গহনা ভৰাই থৈ, কম সময়তে বুজন ধৰণৰ বৰঙনি যোগাই পৈণত সাহিত্য-প্ৰতিভাৰ পৰিচয় দিলে—প্ৰেমনাৰায়ণ দত্তই। প্ৰেমনাৰায়ণ দত্তৰ জীৱনকাল তিনিকুৰি ছবছৰ মাথোন। তেওঁ জীৱনৰ শেষৰ বছৰ কেইটাত যেন সব্যসাচীৰ দৰে দুয়োহাতে যেন লেখনী তুলি লৈছিল—এনে ভাৱ আমাৰ মানত ওপজে। ডেৰকুৰি-খন মান ৰহস্য বা ডিটেক্‌টিভ উপন্যাসৰ বাহিৰেও ৰসপ্ৰধান সামাজিক উপন্যাস, গল্প, নাটক আৰু ব্যঙ্গৰচনাৰে বহুমুখী সাহিত্যিক সম্ভাৰ তেওঁ আগবঢ়াই চিৰচেনেহী ভাষা জননীৰ সেৱা কৰিছে। তেওঁৰ পুথিৰ ৰহস্য-ৰসিকতা পাঠক সমাজৰ আকৰ্ষণৰ সামগ্ৰী। প্ৰায় তিনিকুৰি মান প্ৰকাশিত পুথিৰ বাহিৰেও অপ্ৰকাশিত গীতাৰ দৰে তত্ত্ব গধুৰ অনুবাদ মূলক ৰচনা দত্তৰ চন্দুকত থকা বুলি জনা গৈছে। হোমিওপেথিক চিকিৎসক এজনে যেতিয়া ১৯৪৭ চনতে 'দিন-ডকাইত' নামৰ পা-ফু ৰহস্য-উপন্যাসমেলাৰ প্ৰথম পুথি প্ৰকাশ কৰিছিল, তেতিয়া আমি ছাত্ৰ-পাঠকৰূপে আচৰিত আৰু ৰোমাঞ্চিত হৈছিলোঁ। বঙলা ভাষাৰ পাঁচকড়ি দে আৰু দীনেন্দ্ৰকুমাৰ ৰায় ৰচিত ডিটেক্‌টিভ উপন্যাস ৰাজি পঢ়ি, আৰু অসমীয়া ভাষাৰ কুমুদেশ্বৰ বৰঠাকুৰৰ গোলাই-চিৰিজৰ গোলাই চৰ্দ্দাৰ, বৃহস্পতীয়া বোৰৰ ৰহস্য কাহিনী থকা পুস্তিকা কেইখন পঢ়িবলৈ পাই আমাৰ অন্তৰত এইবিধ সাহিত্যই উত্তেজনা, আগ্ৰহ আৰু উদ্বেগৰ সৃষ্টি কৰিছিল। বৰঠাকুৰৰ পৰবৰ্তী সাহিত্যিক হলেও, প্ৰেমনাৰায়ণ দত্তৰ সাহিত্য প্ৰতিভা সুপ্ৰতিষ্ঠিত আৰু ৰহস্য-ৰসিকতাও উচ্চ পৰ্য্যায়ৰ সাহিত্যিক বৈশিষ্ট্য।

## জীৱন পৰিচয়

• ১ প্ৰেমনাৰায়ণ দত্ত উত্তৰ কামৰূপৰ পাঠশালা-বজালি অঞ্চলৰ ৰত্নপুৰ গাঁৱত ১৮৯৯ খৃষ্টাব্দত জন্মে। এওঁৰ পিতাকৰ নাম ৰতিৰাম আৰু মাকৰ নাম পাণীপ্ৰিয়া। স্বৰ্গীয় হৰিনাৰায়ণ দত্ত বৰুৱাৰ সংগৃহীত "প্ৰাচীন কামৰূপীয় কায়স্থ সমাজৰ ইতিবৃত্ত" গ্ৰন্থত কৌশিক গোত্ৰৰ জগদানন্দ ভূঞা বংশীয় এওঁলোকৰ বংশলতাৰ সবিশেষ লিপিবদ্ধ হৈছে। প্ৰেমনাৰাযণ দত্তৰ ভাৰ্য্যাৰ নাম ইন্দুবালা। ইন্দুবালাৰ অকালতে বিযোগ ঘটিছিল, দুজনী কন্যা সন্তান আৰু দুটি পুত্ৰ সন্তানৰ সাংসাৰিক জীৱনত প্ৰেমনাৰায়ণৰ দুখ-বেদনা, বিপৰ্য্যয় নানা ৰকমে ঘটিছে। দোকানৰ কাৰ্য্যকাৰকৰ পৰা জীৱন বীমা, হোমিওপেথিক চিকিৎসকৰ জীৱন-যাত্ৰালৈকে প্ৰেমনাৰায়ণৰ সাংসাৰিক মূৰ্তিটো ভগা-ছিগা যদিও, উচ্চশিক্ষাৰ পথত প্ৰেমনাৰায়ণ মূধা ফুটা হব নোবাৰিলেও, তেওঁৰ বৈষয়িক অভিজ্ঞতা, জীৱন-বোধ আৰু স্থিতপ্ৰজ্ঞ চৰিত্ৰ ব্যক্তিগত বৈশিষ্ট্যৰূপে আমাৰ চকুত ভাহি উঠিছিল। ১৯৫৫ চনত গুৱাহাটী আলোচনা চক্ৰৰ বৈঠকৰ যোগেদি সম্পাদক অতুলচন্দ্ৰ বৰুৱাৰ সৌজন্যত প্ৰেমনাৰাযণ দত্তৰ লগত মোৰ সান্নিধ্য ঘটিছিল। তেওঁৰ লিখিত ৰচনা, উপন্যাস, গল্পৰ শ্ৰোতা আৰু আলোচক সমালোচকৰূপে আমাৰ মাজত এই সান্নিধ্য ক্ৰমে গাঢ় হৈ উঠিছিল। তেওঁৰ ব্যক্তিগত বেদনা, চিকিৎসা-সেৱা আৰু সামাজিক সম্পৰ্কৰ স্মৃতিৰেখাবোৰ সুঁৱৰিলে মোৰ মনত নানা ভাবাবেগৰ সৃষ্টি হয়।

প্ৰেমনাৰায়ণৰ অন্তৰঙ্গ বন্ধু অধ্যাপক অতুলচন্দ্ৰ হজাৰিকা আমাৰ আগত কয়—"পিছত হবাৰ জীৱনত প্ৰেমনাৰায়ণ দত্তক মই ঘনিষ্টভাবে দেখা পাইছিলো। তেওঁৰ সাহিত্যিক জীৱনৰ কথা মই —বেছি নকলেও হব, তেওঁৰ ৰচিত কিতাপকেইখনতে তাত পৰিচয় আছে। এটাৰ কথাতে কবলে হলে অসমীয়া ডিটেকটিভ সাহিত্যত প্ৰেমনাৰায়ণ সবাৰে আগেৰ শাৰীত আৰু জাকত জিলিকা হৈ

আছে। কেৱল কিনাতেই নহয়, সাধাৰণ কথা বতৰাতে। আমি তেওঁৰ ৰসিক ৰূপটো দেখা পাইছিলো। পাছ কৰা ডাক্তৰ নহলেও প্ৰেমনাৰায়ণৰ হোমিওপেথিক চিকিৎসাই ভাল গুণ দিয়া মই প্ৰমাণ পাইছো—বিখ্যাত ৰুদ্ৰকান্ত শৰ্ম্মাৰ চিকিৎসাৰ দৰে। মানুহজনক মই ভাল পাইছিলো এই বাবেই যে তেওঁ আছিল এক কথাৰ মানুহ —বিশেষ কৈ ধন বিত্তৰ লেন দেন। কেতিয়াবা মোৰ পৰা টকা ধাৰলৈ নিয়ে আৰু কৰালমতে পৰিশোধ কৰে, যদি নোৱাৰে দিন বঢ়াই কয়, ভাল পোষাক ভাল পায়, বয়া পোষাক বেয়া পায়। নিজে জুতি লগাই বান্দি নাচি যায় আৰু আনকো খুৱাই আনন্দ কৰে। নিতৌ গধূলি একটামান গীতা পাঠ কৰে। বহু গীতা ভাষ্য আৰু ধৰ্ম্ম গ্ৰন্থ চাই তেও সুওত কৰ। ব্যাখামূলক গীতাৰ অনুবাদ গ্ৰন্থখন পোৰেলৈ ওলায়ে তেওঁৰ জীৱনৰ আধ্যাত্মিক দিনটোৰ সন্ধেদ পোৱা যাব।

### ৰহস্য-উপন্যাসৰ স্ৰষ্টাৰূপে

১০ পা-ফু-ছিৰিজৰ ডিটেকটিভ গ্ৰন্থমালাৰ ‘দিন-ডকাইত’ নামৰ প্ৰথম ৰহস্য-উপন্যাসেৰে ১৯৪৭ চনত প্ৰেমনৰাযণ দত্তই আধুনিক অসমীয়া সাহিত্যত আত্মপ্ৰকাশ কৰি আলোড়ন সৃষ্টি কৰে। পুথিখন গৌতম এণ্ড কোম্পানীয়ে গুৱাহাটীৰ নিউ প্ৰেছত ছপাই প্ৰকাশ কৰিছিল। ডিটেকৃটিভ বিষয়া আনন্দমোহন দুৱৰা ওৰফে ডাওৰাৰ গোঁফৰ বেপৰোৱা, হাম্ বডা আদি পেটাৰ্ণৰ বৰ্ণনাই হাস্যৰসৰ খলকনি তোলে। সহকাৰী ডিটেকৃটিভ চোৰাৰচোৰা বিষয়া শইকীয়াৰ চতুৰালি, ডিটেকৃটিভ পুলিচৰ ৰবচাহাব মিঃ ডেভিডৰ বিচক্ষণতা আৰু আনপক্ষে পা-ফু দলৰ পদে পদে নিপুণ প্ৰতিৰোধ তথা বিজয় বাৰ্ত্তাই পাঠকৰ মনত ত্ৰাসৰ মাজতে ৰহস্যৰ ‘মেৰপাক ভাঙি বিস্ময়ৰ সঞ্চাৰ কৰে। পা-ফু ছিৰিজৰ ‘ৰামটাঙোন’, ‘নাৰী দস্যু’, ‘প্ৰহেলিকা’, ‘বিভীষিকা’, ‘সোণৰ পাহাৰ’, ‘দৰ্প চূৰ্ণ’ আদি একুৰিৰো ওপৰ ৰহস্য-উপন্যাস পৰম্পৰ

সম্বন্ধ-সূত্ৰেৰে বান্ধ খোৱা আৰু ক্ৰমশঃ কৌতূহল, উদ্বেগ আৰু বিস্ময় কাৰক। পা-ফু দলক ডকাইত তথা দস্যুদল বুলিব নোৱাৰি। অথচ পুলিচৰ চকুত ধূলি দি যেওঁলোকে শোষক, পুঁজিপতি, প্ৰৱঞ্চকৰ ধন-দৌলত কাঢ়ি নি সৰ্ব্বহাৰা জন-গণৰ উন্নতি সাধনৰ বাবে সেৱা-বিতৰণ কৰিছে বুলি লিখকে যেওঁলোকৰ এটি সুন্দৰ ভাৱমূৰ্ত্তিৰ সৃষ্টি কৰিছে।

ৰহস্যৰ ৰহঘৰা ছিৰিজৰ 'অগ্নি বাণ', 'নৰবলি', 'হত্যা-ৰহস্য', 'জেটীয়া গাঁঠি' আদি উপন্যাসবোৰো প্ৰেমনাৰায়ণৰ ডিটেকৃটিভ চিন্তা-চৰ্চ্চাৰ পৰিণতি। আধুনিক অসমীয়া সাহিত্যত প্ৰায় কুৰি বছৰ কাল ৰহস্য উপন্যাসৰ যোগান ধৰি প্ৰেমনাৰায়ণ অপ্ৰতিদ্বন্দ্বী ৰূপে পৰিগণিত হৈছে।

### পা-ফু দলৰ ৰূপায়ণত

১.২ 'দিন-ডকাইত' ৰহস্য উপন্যাসতে উপন্যাসিকে পা-ফু দলৰ ৰূপায়ণত অসম প্ৰীতি আৰু অসমী আইৰ সেৱাৰ ইঙ্গিত এনেদৰে দিছে:—"আমি সাধাৰণ দস্যু, তস্কৰ বা ডকাইত নহওঁ। আমি বিচাৰক। ...যিবোৰে আইনৰ সীমাত থাকি সমাজ আৰু সৰ্ব্বসাধাৰণৰ তপত শোনিত চেপি-চেপি উলিয়াই পি খাবলৈ লাগিছে,......নিজ স্বাৰ্থ-সিদ্ধিৰ বাবে নানা ৰকমে জাল, জুৱাচুৰি প্ৰৱঞ্চনা আদি হীন, ইতৰ আৰু জঘন্য কৌশল আৰু চক্ৰান্তৰ দ্বাৰাই ভৱিষ্যতলৈ অসমীয়া জাতিক দীন, দৰিদ্ৰ আৰু পঙ্গু কৰি ভিকহুৰ সংখ্যা বঢাইছে,......সেই স্বাৰ্থান্ধ, মহাপাপী নৰৰূপী পিশাচ সকলৰ বিচাৰৰ ভাৰ দেশৰ আৰু দহৰ হৃকে আমি লৈছোঁ। এয়ে আমাৰ জীৱনৰ ব্ৰত।......তোমাৰ সাধ্য কি মিঃ ডেভিদ আমাৰ সম্মুখত ভেটা দিবা। লুইতৰ সোঁতৰ দৰে তোমাক উটাই লৈ যাম।.... মনত ৰাখিবা মিঃ ডেভিদ পাহাৰ উচ্চ, ফুকন শ্ৰেষ্ঠ, অসম অসমান।..." ডিটেকৃটিভ ডেভিদ, দুৱৰা আৰু শইকীয়াৰ লগত মিঃ হেলম, বৰ্ম্মণ, ৰাৰিছাৰ ফুকন, লৱঙ্গলতা ভূঞা

আদিৰ চৰিত্ৰ ও ঔপন্যাসিকে বৈশিষ্ট্যপূৰ্ণ ভাৱে নানা প্ৰসঙ্গত অঙ্কন কৰিছে। কিন্তু পা-ফু দলৰ দলপতি, ডাঃ নকুল ৰায়, হেমিল্টন, উগ্ৰগতি, পাৰ্থ সিং, মাধৱ, মালতী আদিৰ চৰিত্ৰৰ নিষ্ঠা, নিয়মানুবৰ্ত্তিতা সাহস আৰু কৰ্ত্তব্যবোধৰ তুলনাত পুলিচ দলৰ চৰিত্ৰগত গুণ কিছু পৰিমাণে নাম-নাচ যেন লাগে। ভুৰবা ওৰফে ডাওবা হাস্যৰসৰ প্ৰতীক। ডেভিদ আৰু শইকীয়া তুলনাক্ৰমে চোকা আৰু নিপুণ।

পা-ফু দলৰ সহায়ত পুলিচ দলে 'বিপ্লৱা বাহিনী' উপন্যাসত খুনীৰ চৰ্দ্দাৰ আৰু তেওঁৰ দলক গ্ৰেপ্তাৰ কৰিবলৈ সমৰ্থ হৈছিল আৰু মিঃ ডেভিদে কৈছিল :—"তাতোকৈ বেছি আমাৰ বন্ধু 'পা–ফু'ৰ দান। নহলে খুনীৰ চৰ্দ্দাৰ, দুৰ্দ্দান্ত দস্যু, নৰপশু, জেল পলাতক আচামী বীৰ ত্ৰিলোচন ওৰফে বীৰ বহুৰূপী ওৰফে গুৰুজী আৰু বাদল ওৰফে হালু ছেখক আমি কেতিয়াবা গ্ৰেপ্তাৰ কৰিবলৈ পাম বুলি সপোনতো ভবা নাছিলোঁ।..."

## সামাজিক উপন্যাসৰ পাতত

২·০ 'নিযতিৰ নিৰ্ম্মালি' নামৰ সামাজিক উপন্যাসখন ১৯৫৫ চনত প্ৰকাশ কৰি আৰু তাৰ পিছত 'প্ৰণয়ৰ স্মৃতি' একে শাৰীৰ উপন্যাস উলিয়াই প্ৰেমনাৰায়ণ দত্তই সামাজিক উপন্যাস ৰচনাৰ সিদ্ধহস্ততা প্ৰমাণ কৰিলে। ইতিপূৰ্ব্বে ১৯৪৯ চনতে অসমাপ্ত নামৰ ৰসাল গল্পৰ সংগ্ৰহ, 'আদি ৰসৰ উৎপত্তি' ( ১৯৫১ ), 'কণ্ঠৰোল' নামৰ নাটিকা ( ১৯৫০ ) প্ৰকাশ কৰি তেওঁৰ ৰস-ৰচনা আৰু হাস্যৰসিকতাৰ চানেকী দাঙি ধৰিছিল। এনে এখন ৰসাল গল্পৰ দুটি 'ফুলজ কী' এতিয়া, অপ্ৰকাশিত। 'প্ৰাণৰ পৰশ, মুক্তিৰ পথেদি', 'আশাৰ অন্তৰালত', 'ৰহৰহীয়া' সামাজিক উপন্যাসৰ অন্যতম নিদৰ্শন বাজিয়ে লেখকৰ সামাজিক দৃষ্টিবোধ আৰু চেতনাৰ স্বাক্ষৰ বহন কৰিছে। 'নিয়তিৰ নিৰ্ম্মালি' দত্তই বেজবৰুৱা সুলভ ভাষাৰে পাতণিত লিখিছে :— লিখিবৰ মন যায় লিখোঁ। তাৰপৰা ভাষা, সাহিত্য, নাইবা সমাজৰ

কিবা উপকাৰ হয় নে নহয়, সেই বিষয়ে সুধীজনৰহে বিচাৰ্য্য—অভাজন লিখকৰ নহয়।···ধন ঘটাৰ লোভ অথবা দুৰাশা আমাৰ অসমীয়া লিখকসকলে কোনোৱে নকৰে বুলিয়ে আমাৰ বিশ্বাস। আমিও নকৰোঁ।······”

লেখকৰ নিজৰ ভাষাত—'নিয়তিৰ নিৰ্ম্মালি' সামাজিক কাহিনী। ৰহস্য উপন্যাস, চুটি গল্প আৰু নাটিকাৰ বাদে সামাজিক উপন্যাসত লেখনী চলোৱা আমাৰ এয়ে প্ৰথম। ইয়াৰ জন্ম ৰহস্য বৰ্ণনা কৰিব লাগিলে, ঘুণ ধৰা সমাজখনৰ প্ৰতি আঙুলিয়াবলগীয়া হয়গৈ। কিন্তু শাস্ত্ৰৰ নিৰ্দ্দেশ—মা ব্ৰুয়াৎ সতমপ্ৰিয়ম্। এতেকে প্ৰকৃত ৰহস্য সম্ভেদ দিবলৈ গৈ কাৰো চকুৰ কূটা হব নোখোজোঁ। কিন্তু মিছা বুলিও নকওঁ।···”

'নিয়তিৰ নিৰ্ম্মালি' উপন্যাসৰ উপাদেয়তা সম-সাময়িক সমালোচক আৰু কাকত-পত্ৰত স্বীকৃত হৈছিল। নিৰ্মলৰ নায়কোচিত চৰিত্ৰ, প্ৰমীলাৰ আত্মকেন্দ্ৰিক নাৰীত্ব সমাজ অনুগামী আৰু পাৰিপাৰ্শ্বিকতাৰ অনুকূল হৈছে। 'অসমীয়া সাহিত্যৰ ইতিবৃত্ত'ত ডক্টৰ সত্যেন্দ্ৰনাথ শৰ্মাই প্ৰেমনাৰায়ণৰ ঔপন্যাসিক মূল্যায়ণ কৰিছে এনেদৰে : “যুদ্ধোত্তৰ উপন্যাসেৰ লেখ লওঁতে প্ৰেমনাৰাযণ দত্তৰ নাম উল্লেখযোগ্য। দত্তই সাহিত্য জগতত প্ৰবেশ কৰে ডিটেকৃটিভ কাহিনী ৰচক হিচাপে। 'দিন-ডকাইত', 'মাধমাৰ', 'ৰামটাঙোন'কে আদি কৰি প্ৰায় কুৰিখন ডিটেকৃটিভ উপন্যাসেৰে সাহিত্যৰ যোগান ধৰি সামাজিক জীৱনৰ বাস্তৱ পৰিধিৰ মাজলৈ প্ৰবেশ কৰে। তেওঁৰ নিযতিৰ নিৰ্ম্মালি, প্ৰণয়ৰ স্মৃতি, প্ৰাণৰ পৰশ, মুক্তিৰ পথেদি আদি কেবাখনো গহীন সামাজিক উপন্যাস প্ৰকাশ পাইছে। তেওঁৰ দৃষ্টিত কিছু ৰক্ষণশীলা থাকিলেও অন্ধ গোড়ামি নাই। সমাজত পবিত্ৰ বুলি গণ্য কৰা আদৰ্শসমূহৰ গৌৰৱ আৰু মহিমা মনোজ্ঞ ৰূপত প্ৰকাশ কৰাই লেখকৰ উদ্দেশ্য, কিন্তু ধৰ্মপ্ৰচাৰকৰ দৃষ্টিৰে তেওঁ আত্মপ্ৰকাশ কৰা নাই—উপন্যাস কলাক বিকল নকৰি, সামাজিক নীতি-নিয়মৰ বেৰা নাভাঙি প্ৰেম-প্ৰীতি, ঈৰ্ষা-

অসূয়া, দয়া স্নেহৰ চিত্ৰ আঁকিছে। তথাপি ডিটেক্‌টিভ ৰচনাৰ কৌশলে কেতিয়াবা অনধিকাৰ প্ৰবেশ কৰি উপন্যাসৰ স্বাভাৱিক গতিত বাধা দিয়া দেখা যায়।" 'অসমীয়া সাহিত্যৰ ৰূপৰেখা'ত ডক্টৰ মহেশ্বৰ নেওগে প্ৰেমনাৰায়ণ দত্তৰ ওপৰত এনেদৰে মন্তব্য দিছে :—"বহুতোখিনি উপন্যাস লিখা প্ৰেমনাৰায়ণ দত্তৰ প্ৰচেষ্টা এই সময়ৰ লক্ষণবোৰৰ পৰা সুকীয়া। এওঁ বিশেষকৈ দিন-ডকাইত (১৯৪৭), ৰামটোঙোন (১৯৫০) ......আদি ডিটেক্‌টিভ কাহিনীৰ ঔপন্যাসিকৰূপেই জনাজাত, কিন্তু নিয়তিৰ নিৰ্ম্মালি, প্ৰণয়ৰ সুঁতি, আশাৰ অন্তৰালত (১৯৬৩) আদি কেইবাখনি ও গহীন উপন্যাসো দত্তই প্ৰকাশ কৰিছে। ওঁৰ লেখাবোৰত খেলি থকা এটি পাতল হিউমাৰে সোবোৰক উপভোগ্য কৰি তোলে।" মুঠৰ ওপৰত সামাজিক উপন্যাস ৰচনা দত্তৰ আওপকীয়া প্ৰচেষ্টা। ৰহৰহীয়া', নামৰ উপন্যাসখন আকৌ গল্পৰূপে আৰম্ভ কৰি উপন্যাসত পৰিণতি লাভ কৰিছে। নামে-কামে 'ৰহৰহীয়া' সামাজিক উপন্যাসখনি টেঙা আৰু মিঠাৰে মিহলি আমৰদৰেই ৰুচিকৰ হৈছে। অন্যান্য সামাজিক উপন্যাসৰ মনোগ্ৰাহিতাৰ লগে লগে, 'পোহৰৰ বাটত নামৰ শিশু উপন্যাসখনিৰ ৰচনাৰ উদ্দেশ্যে আৰু সাৰ্থকতাও মন কৰিবলগীয়া।

## ৰসাল গল্প আৰু ৰস-ৰচনাৰ মাজেদি

৩০ 'অসমাপ্ত', 'আশীৰ্ব্বাদ', 'হে হৰি সাৰ-শূন্য', 'আদিৰসৰ উৎপত্তি', 'ৰসমাধুৰী'ক ৰসাল গল্প বা গল্প চিত্ৰৰ নিদৰ্শন বুলি ধৰিলে, পফেল—ফেলতুঃ ফেলুঃ ৰস-ৰচনা ৰূপে গণ্য কৰিব পাৰি। গল্প, চিত্ৰ আৰু ৰচনাৰ পাৰ্থক্য প্ৰেমনাৰায়ণ দত্তৰ হাতত সহজে পৃথক কৰিব নোৱৰা ধৰণৰ হৈছে। 'পিতৰি প্ৰীতিমাপন্নে' নামৰ প্ৰথম গল্পটি 'আদিৰসৰ উৎপত্তি' পুথিত স্থান দি লেখকে আত্মজীৱনীৰূপে পিতা-মাতা সম্পৰ্কে এটি ৰসাল আখ্যান লিখিছে। অনুৰূপে পৰীক্ষাত ফেল হোৱা কথাটি পফেল—ফেলতুঃ—ফেলুঃ নামৰ ৰস-ৰচনাতো আত্মজীৱনীমূলক ভঙ্গীৰে সৰস্বতী দেৱীৰ সপোনত দৰ্শন, শিখণ্ডী সাহিত্যিক হবৰ বৰদান

আৰু পৰীক্ষাত তিনিবাৰ ফেল কৰি ত্ৰিশঙ্কু হোৱাৰ বৰ্ণনা পোৱা যায়। দত্তৰ 'আদিবসৰ উৎপত্তি' পুথিৰ পিতৰি প্ৰীতিমাপয়ে নামৰ গল্প বা সাধুকথাৰ লক্ষণ যুক্ত কাহিনীত আছে: "চাণক্য বাপুই কৈ গৈছে বোলে—'মাতা শত্ৰু পিতা বৈৰী···' কথাষাৰ যেন শিলৰ ৰেখাহে। হাজাৰ-বিজাৰ বছৰ পাৰ হৈ গ'ল, কিমান প্ৰলয়, মহাপ্ৰলয় ঘটিল, চাণক্য বাপুৰতো কথাই নাই, তেৰাৰ বংশ পৰিয়াল, তস্য পৰিয়াল আদিৰো ক'তো চিন-চাব নাই।······অইনৰ কথা কব নোৱাৰোঁ, কিন্তু মোৰ নিজৰ গাত হলে মাতা যে শত্ৰু এই কথাষাৰ তেনেই খাপ খাই যায়। মৃতকৰ হেনো দোষৰ সমালোচনা কৰিব নাপায়। ··"

দত্তই পফেল—ফেলতুঃ—ফেলুঃ নামৰ ৰস-ৰচনাত গল্প· আখ্যান বা সাধুকথাৰ সুৰেৰে লিখিছে: পফেল—ফেলতুঃ—ফেলুঃ, কিবা বুজিলেনে? বুজা নাই? কিয় অসমীয়া সাহিত্যৰ শিখণ্ডীসকলে চলোৱা আৰু লিখা আৰ্টিকৃল (অথবা গুটি-যুক্ত আঠিযাকলো বুলিব পাৰে) বিলাক আজিকোপতি গিলা নাই নেকি?···আপোনালোকে সেই তাহানি কালৰ স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱা দেৱৰ হেমকোষ আৰু সত্যনাথ বৰা দেৱৰ বহল ব্যাকৰণকে থাপনাত থাপি লৈ অসমীয়া সাহিত্যৰ আভিজাত্যকন এতিযা ও বজাই ৰাখি আছে হবলা? তাহানি কালৰ ভাষাৰ ওজা বৰুৱা দেৱক আমাৰ শিখণ্ডী সাহিত্যিক সমাজে সমূলি পৰোৱা নকৰো জানিব। ·"

দত্তৰ ৰসাল গল্প আৰু ৰস-ৰচনাত হেমচন্দ্ৰ বৰুৱাৰ ব্যঙ্গৰ তীব্ৰতা নাই, বেজবৰুৱাৰ হাস্যৰসিক ব্যাপকতা নাই, কিন্তু উদাৰ সামাজিক বোধ আছে। প্ৰবীণ সাহিত্যিক জ্ঞানদাভিৰাম বৰুৱা ডাঙৰীয়া 'কণ্ঠৰোল' নাটিকা, আশীৰ্ব্বাদ আৰু "হে হৰি সাৰশূণ্য" পুথি পঢি ১৯৫০ চনতে লিখিছিল—"এই কিতাপ কেইখনিয়ে আজিকালিৰ দেশৰ অৱস্থা, মানুহৰ প্ৰকৃতিৰ, স্বভাৱৰ ভাব সম্পূৰ্ণ প্ৰকাশ কৰিছে। মানুহৰ প্ৰকৃতি কোনফালে যাব ধৰিছে তাক জল জলীয়া ফট্-ফটিয়াকৈ পোহৰাই দেখুৱাইছে।···"আশীৰ্ব্বাদ" আৰু "হে হৰি সাৰশূন্য" কিতাপ

দুখনিতো এতিয়াৰ ভাৰতৰ "হুৰখোজা" আৰু "হোৱা" "ৰৰমাসুহৰ" প্ৰকৃতিৰ চিত্ৰ হুবহু হৈছে। কণ্ঠৰোলত কেঞা সাউদে মালী ঘূৰাই হৰিনাম, কৃষ্ণনাম, ৰামনাম জপি থাকোঁতে থাকোঁতে লছমন লগুৱাক কন্‌ট্ৰোলৰ তথ্য বুজোৱাৰ কথা কোৱা হৈছে। "হে হৰি সাৰশূন্যতো" তেনে আৰু "আশীৰ্ব্বাদ" তো তেনে চিত্ৰই আগবঢোৱা হৈছে। ঠিকাদাৰে ঠিকা লৈ যুদ্ধৰ সময়ত কি কাম কৰিছিল আৰু কেনে কাম কৰিছিল জল্ জল্ ফট্ ফট্ কৰি দেখুৱা হৈছে।" ৰস-মাধুৰীৰ গল্পগন্ধী চিত্ৰ ওঠৰটাতো বৰ্ত্তমান সমাজৰ শিক্ষা, আভিজাত্য, বিহু-উৎসৱ, মুদ্ৰাদোষ আদিৰ বৰ্ণনা আছে। শব্দৰ দ্ব্যৰ্থকতা দত্তৰ লেখনীৰ বৈশিষ্ট্য : ডি-আই গুচি দি অই চাহাব' বিহুৱানৰ ঠাইত 'বিহু-উহ-আন', মামেকং শৰণং ভজৰ ঠাইত 'মোমায়েকং শৰণং ভজ' আদি শিতানৰ গল্পবোৰে লেখকৰ ৰসিকতাৰ পৰিচয় দিয়ে। উদাহৰণ স্বৰূপে :—মন্ত্ৰীয়ে ৰজাক সকলো বিষয়তে মন্ত্ৰণা দিব লাগে। অৰ্থাৎ মন্ত্ৰীৰ মন তিনি ৰকমৰ হব লাগে। তেতিয়াহে ৰজাই মন্ত্ৰী পাতে। অৰ্থাৎ মন + ত্ৰি = মন্ত্ৰী। যেনে (১) দিবও পাৰো, নিদিবও পাৰো আৰু দিয়ো ফিৰাই নিব পাৰো অথবা কৰও পাৰো, নকৰও নাইবা কৈও নকৰ পাৰোঁ। (২) মন + তিৰী অৰ্থাৎ তিৰোতাৰ দৰে মন যাৰ (৩) মন্ত্ৰ + ঈ অৰ্থাৎ মন্ত্ৰেৰে বা মন্ত্ৰৰ দৰে যেযে বশীভূত কৰিব পাৰে, তেনেকুৱা ত্ৰিগুণ সম্পন্ন ব্যক্তিকহে ৰজাই মন্ত্ৰী পাতিছিল· ·"

## ধেমেলীয়া নাটৰ দৃশ্যপটত

৪০ কণ্ঠৰোল আৰু সৎকাৰ নামৰ ধেমেলীয়া নাট দুখনিৰ প্ৰতিপাদ্য বিষয় সামাজিক অৱস্থাৰ হাস্যৰসিক ৰূপায়ণ। ৰসাল গল্প, ৰস-চিত্ৰ অথবা ৰস-ৰচনাৰ দৰেই ধেমেলীয়া নাটৰ বিষয়-বস্তু, চৰিত্ৰ অঙ্কন, বচনভঙ্গীয়ে এককেজনা প্ৰেমনাৰায়ণৰ ৰসময়ী ৰসায়নৰ ভাণ্ড মুকলি কৰিছে। কণ্ঠৰোল অৰ্থাৎ কণ্ট্ৰলৰ দিনৰ চোৰাব বজাৰৰ নাটকীয় চিত্ৰ আঁকিছে এনেদৰে :—

নন্দ—…এ—এয়া দেখোন চেনি, আটা, ময়দা, বহুৰ দাইল, লোণ…হে ভগৱান দেৱৰো দুৰ্লভ বস্তু…সোপাকে লৈ একেবাৰে লখিমী অৱতাৰ ধৰি আছা দেখোন!! ক'ত পালা, কোৱা কোৱা, অতিশীঘ্ৰে কোৱা…

ঘৈণী—দেৱৰো দুৰ্লভ বস্তু দেৱদূত আনি দি গ'লহি…

নন্দ—ধেমালী নহয়, সচাকৈ সুধিছোঁ, কোৱা সোনকালে কোৱা নহলে বলিয়া হম।

ঘৈণী—এজনে আহি ঘৰতে বেচি গ'লহি। আটাইবোৰৰ দাম পাঁচ টকা বাকী পাচ টকা মোৰ লাভ হিঃ হিঃ।

নন্দ—পাচ টকা নহয়, তোমাৰ লাভ পোন্ধৰ টকা। ব্লেক মাৰ্কেটত কিনিব গ'লে এই খিনি বস্তু পালেও কুৰি টকাৰ কমত নোপোৱা…

* * * এনেদৰে প্ৰেমনাৰায়ণ দত্তৰ ধেমেলীয়া, ৰসাল, ৰহস্যপূৰ্ণ আৰু সামাজিক সাহিত্য-সৃষ্টিবোৰ কুৰি শতিকাৰ মাজভাগৰ অসম তথা ভাৰতৰ প্ৰতিচ্ছবি প্ৰকাশক যুগ-লিপি হৈছে।

## প্ৰতিভাৰ মূল্যাঙ্কন

৫° প্ৰেমনাৰায়ণ দত্তৰ সাহিত্য প্ৰতিভাৰ সম্যক মূল্যাঙ্কন কৰাৰ আগতে তেওঁৰ সমগ্ৰ ৰচনাৱলী প্ৰকাশিত ৰূপত পাব লাগিব। এতিয়াও কিছু পৰিমাণে অপ্ৰকাশিত আৰু প্ৰকাশিত পুথিৰো কিছুমান অপ্ৰাপ্য হৈ থকা কাৰণে দত্তৰ সাহিত্যৰ প্ৰকৃত ৰস বিচাৰ কৰাটো সম্ভৱপৰ নহ'ল। তথাপি প্ৰেমনাৰায়ণ দত্তৰ পৈণত প্ৰতিভাৰ স্বাক্ষৰ তেওঁৰ ৰহস্য উপন্যাস আৰু ৰসময়ী ৰচনাৰাজিত সমুজ্জ্বল হৈছে। ৰহস্য-ৰসিকৰূপে শিৰফুটা সাহিত্যিক হবৰ জোখাৰে তেওঁৰ অভিজ্ঞতাপুষ্ট উদাৰ হৃদয়, লেখনী আৰু সাধনামুখী নিষ্ঠা যথেষ্ট পৰিমাণে আছিল।

মৃত্যুৰ বছৰ দিয়েক পূৰ্ব্বে তেওঁ গুৱাহাটীৰ অসমবাৰীৰ পূবত থকা পোতা চিলত সৰু বঙলা এটা সজাই লৰা ছুটিৰে বিপত্নীক জীৱন অনাসক্ত ভাবে কটাইছিল। তাৰ আগতে ছোৱালী কেইজনীক বিয়া

দি কন্যাদান পৰ্ব্ব সমাপ্ত কৰিছিল। তাতেই সামান্যভাবে জন্ম পোৱা 'মণিমাণিক' সম্প্ৰতি পুতেক দুজনৰ প্ৰচেষ্টাত এটা খামবলা প্ৰকাশ প্ৰতিষ্ঠানত ৰূপান্তৰিত হৈছে। দুখত বিষয় প্ৰেমনাৰায়ণ দত্ত দুৰাৰোগ্য কৰ্কট ৰোগত আক্ৰান্ত হৈছিল কিন্তু শেষ পৰ্য্যন্ত তেওঁ এই মহাব্যধিক বীৰৰ দৰে অবিচলিত চিত্তে নিজৰ চিকিৎসাৰে আৰু অদম্য মনোবলেৰে প্ৰতিৰোধ কৰি আছিল। দুৰাৰ মুখতে মৃত্যুদূত থিয় হৈ আছিল। কিন্তু সেই সময় তো তেওঁ অভ্যাগত সকলক হাঁহি মুখে সম্ভাষণ জনাব পাৰিছিল। তেওঁক এই শক্তি দিছিল ভগবৎ গীতাই। অবশেষত তেওঁৰ মৃত্যু বৰণ কৰে।

# শিশুহিতৈষী 'নবীন ছাৰ'

**অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা**

গুৱাহাটী উজান বজাৰৰ জাহাজঘাটত বজাঘৰৰ ওচৰতে এটি প্ৰাচীন অসমীয়া ব্ৰাহ্মণ পৰিয়ালৰ বাসস্থান। এই পৰিয়ালতে ১৯০০ চনৰ ১৭ নৱেম্বৰৰ দিনা নবীনচন্দ্ৰ শৰ্মাই জন্ম লৈছিল। দেউতাক স্বৰ্গীয় চন্দ্ৰনাথ শৰ্মা। গুৱাহাটী কলেজিয়েট স্কুলৰপৰা নবীন শৰ্মাই প্ৰবেশিকা মহলাৰ জপনা পাৰ হৈ কটন কলেজত নাম লগাইছিল, কিন্তু তাৰ অলপ দিনৰ পিছতে আন বহুতৰ দৰে তেওঁৰ গাতো মহাত্মাৰ অসহযোগ আন্দোলনৰ বতাহ লাগিল আৰু তেৰোঁ এজন সক্ৰিয় কংগ্ৰেছী হৈ শিক্ষা এৰি কিছুদিনলৈ ৰাজনীতিৰ পাছ ললে। সিমানতে তেওঁৰ শিক্ষাত যতি পৰিল। ছাত্ৰ নবীন শৰ্মা সমাজসেৱী, গান্ধীবাদী নবীন শৰ্মা হ'ল।

সেই সময়ত কটন কলেজৰ ফুটবলত বৰ নাম আছিল। দুৰ্দ্ধৰ্ষ কটন একাদশত স্থান লাভ কৰাটো এলাপেচা খেলুৱৈৰ বাবে সম্ভৱ নহৈছিল। নবীন শৰ্মাই সহজতে সেই স্থান লাভ কৰি কটনৰ ৰাইট আউটত খেলিছিল। তেওঁৰ আগত বল পৰিলে ততালিকে তাজী ঘোঁৰাৰ দৰে চেকুৰ মেলি বিপক্ষ দলৰ কেবাখনো হেঙাৰ পাৰ হৈ বলটো লৈ গৈ একেবাৰে কৰ্ণাৰৰ পৰা কুণীয়াকৈ মাৰি গলৰ মুখতে পেলাই দিছিল। কোনো সময়ত তেওঁ নিজেই আৰু কোনো সময়ত তেওঁ যোগান ধৰা বলেৰে দৈবচন্দ্ৰ তালুকদাৰ নাইবা হেমন্ত গুহই বেহু ভেদ কৰি অনায়াসে গল দিছিল। তেওঁ খেলত বিশেষ দক্ষতা দেখুৱা বাবে কটনত খেলবলিয়া অধ্যাপক পি-চি ৰায় আৰু আনন্দ বাবু আদিৰ সুদৃষ্টিত পৰিছিল আৰু তাৰ ফলতেই পিছত তেওঁ কটনৰ উদ্ভিদ বিভাগৰ ডেমনষ্ট্ৰেটৰ চাকৰি এটা পাইছিল আৰু কটনৰ ছাত্ৰ বিলাকৰ লগতে আগৰ নিচিনাকৈ ফুটবল খেলাও

অব্যাহত ৰাখিছিল। এই অলপীয়া দৰমহাৰ চাকৰীটোৱে আছিল নবীন শৰ্মাৰ জীৱনৰ ঘাই অবলম্বন। তাকে মূল কৰি লৈ তেওঁ হাড়ভঙা পৰিশ্ৰম কৰি এখন ডাঙৰ গৃহস্থালী চলাইছিল, পাঁচজন পুতেক আৰু ভ্ৰাতৃ কেইজনক উপযুক্ত কৰি গঢ়ি তুলিছিল। ফুটবলৰ দৰে বেটবল, হকী, যৌগিক ব্যায়াম আৰু স্কাউটিঙতো নবীন শৰ্মাই পাৰ্গতালি দেখুৱাইছিল। কিন্তু নাওখেল আৰু বৈজ্ঞানিক প্ৰণালীৰ সাঁতোৰতহে খেলুৱৈ নবীন শৰ্মাৰ বৰগুণ আছিল সৰ্বাধিক। এই প্ৰসঙ্গতে উল্লেখ কৰিব পাৰি যে ঘৰৰ দুৱাৰমুখেদি বৈ যোৱা বৰলুই তেতিয়া আটাইকেউজন শৰ্মা ভাই-ককাইৰ দখলাধীন হৈ থকা বুলি কব পাৰি। তেওঁলোকৰ প্ৰায় আটাই-কেইজনেই পানীৰ পোক। বাৰিষাৰ ডকা-চাকনৈয়াৱে ভৰপূৰ লুইতলৈকো তেওঁলোক কেৰেপ নকৰে। সেয়েহে লুইতৰ পাৰৰ মৰিবলৈ ভয় নোহোৱা এই শৰ্মা কেইজনে বাৰিষা নৈৰ বুকুৰপৰা কাটি অনা উটি অহা খৰি প্ৰতি বছৰে নবীন শৰ্মাৰ ঘৰৰ আগচোতালত পৰ্বত আকাৰে দম হৈ থাকে। নবীন শৰ্মায়ো খৰি ধৰা কামত সদায় আগভাগ লৈছিল। লুইতে তেওঁক সাঁতুৰিবলৈ শিকাইছিল, নাও বাবলৈ শিকাইছিল, শৰাইঘটীয়া নৌ যুঁজাৰু হবলৈ শিকাইছিল। সেয়েহে তেওঁ কটনৰ শিক্ষক ছাত্ৰক 'ৰূপহী' আৰু 'সোনপাহী' নামৰ নাৱত তুলি নাও বাবলৈ আৰু দীঘলী পুখুৰীত নানা প্ৰকাৰে অথালি-পথালিকৈ সাঁতুৰিবলৈ প্ৰশিক্ষণ দিব পাৰিছিল। শিকোৱাৰ লগতে তেওঁ নিজেও শিকি-বুজি পটু হৈ লৈছিল আৰু কলিকতাত কেইমাহমান থাকি সাঁতোৰৰ প্ৰশিক্ষণো লৈ আহিছিল। আমাৰ ডেকাইঁতে তাৰ সুফল কেনেদৰে গ্ৰহণ কৰিলে সেই কথা নোকোৱাই ভাল। বেছি দিন আগৰ কথা নহয়, বছৰদিয়েক পূৰ্বে দীঘলী পুখুৰীত নিয়মিতভাৱে সাঁতেৰৰ দিহা কৰিবলৈ এটা সঙ্ঘ স্থাপন কৰি এখন জাকজমকিয়া উদ্বোধন সভা পতা হৈছিল। সেই উৎসৱ উপলক্ষে প্ৰবীন নবীন শৰ্মায়ো লগৰীয়াৰ সতে দীঘলী পুখুৰীৰ বুকুত নানাপ্ৰকাৰ সাঁতোৰ-কৌশল প্ৰদৰ্শন

কৰি দৰ্শকক তবধ মনাইছিল। শৰ্মাকেই সেই প্ৰশিক্ষণৰ ভাৰ দিয়াৰ কথা আছিল। কিন্তু দুখৰ বিষয় উদ্বোধনী উছৱৰ অলপ দিনৰ পিছতেই সেই সাঁতোৰ সঙ্ঘটোৰো যৱনিকা পৰিল।

খেল-জগতৰপৰা এতিয়া নাট্য জগতত ভুমুকি মাৰি চাওঁ। গুৱাহাটীৰ কুমাৰ ভাস্কৰ নাট্য মন্দিৰে এসময়ত এই শৰ্মা পৰিয়ালৰ ল'ৰা তিনিজন নামজ্বলা শিল্পী পাইছিল—নবীন শৰ্মা, অসম বিখ্যাত অভিনেতা ৰৰদাকান্ত শৰ্মা আৰু মোৰ কনিষ্ঠ অন্তৰঙ্গ বন্ধু শিল্পী নাট্যকাৰ বদনচন্দ্ৰ শৰ্মা। দ্বিতীয় মহাসমৰৰ কেইবছৰমান পিছলৈকে গুৱাহাটীৰ কামৰূপ নাট্য সমিতি চলন্ত হৈ থকা পৰ্য্যন্ত নবীন শৰ্মাৰ অভিনয়-প্ৰতিভাও জীৱন্ত হৈ আছিল। এই সমিতিৰ শিল্পীসকলৰ ভিতৰত তেওঁৰ স্থান আছিল মাজৰ শাৰীত। তেওঁ এই নাটঘৰত কিমান ভাও দিছিল লেখ দি কোৱা টান। তাৰ মাজত মোৰ স্মৃতিৰ-পটত মছ নোখোৱাকৈ থকা উজ্জ্বল ভাওকেইটা হৈছে 'শোণিত কুঁৱৰী'ৰ কুঞ্জী, 'বামুণী কোঁৱৰ'ৰ লচপচী, 'উমা'ৰ আঘোণীবাই আৰু 'কুবেৰ'ৰ ভেবেলা। গুৱাহাটীত এই শ্ৰেণী অভিনয়ত তেওঁৰ লগত খোজ মিলাই সমানে তিৰোতাৰ ভাও দিব পৰা দ্বিতীয়জন ভাৱৰীয়া আছিল মোৰ অন্যতম বন্ধু নিত্যানন্দ বৰদলৈ। সেই সময়ত তিৰোতাৰ ভাও লোৱা অভিনেতাই সচৰাচৰ মতাৰ ভাওলৈ প্ৰমোছন পোৱাটো টান আছিল; নবীন শৰ্মাই কিন্তু সহজে এনে প্ৰমোছন লৈছিল আৰু নামো কৰিছিল। থোৰতে এই কথা কব পাৰি যে নবীন শৰ্মা একালত গুৱাহাটী নাটশালত অন্যতম নিষ্ঠাবান ভাৱৰীয়া আছিল।

নবীন শৰ্মাৰ জীৱনৰ আটাইতকৈ উজ্জ্বল দিশটো হৈছে শিশুৰ প্ৰতি তেওঁৰ স্বভাৱজাত প্ৰীতি। সাংসাৰিক দুঃখ-কষ্ট, আৰ্থিক অনাটন একোলৈকে ভ্ৰূক্ষেপ নকৰি তেওঁ গোটেই জীৱনটো অকণ-অকণিহঁতৰ লগত লৰি-ঢাপৰি, নাচি-বাগি কটাই গ'ল। বয়সত তেওঁ চৌসত্তৰ বছৰীয়া বুঢ়া হৈছিল সঁচা, কিন্তু দৰাচলতে তেওঁ আছিল এটি চিৰশিশু। তেওঁ আছিল গুৱাহাটীৰ প্ৰতিজন অকণ-অকণিৰে অতি মৰমৰ

'নবীন ছাৰ' বা নবীন ককা। গান গোৱাই, আবৃত্তি কৰাই, সাধুকথা কৈ, নাচ-বাগ শিকাই, ফুৰাই-চকাই তেওঁ শিশুবিলাকক একপ্ৰকাৰ মন্ত্ৰমুগ্ধ কৰি ৰাখিছিল। শিশুক মুহিব পৰা নবীন ছাৰৰ এই সম্মোহনী শক্তি আছিল অসাধাৰণ। কঠিন ৰোগে হেঁচা মাৰি পাটীত পেলাই থোৱাৰ আগলৈকে তেওঁ সদায় পুৱাৰপৰা গধূলিলৈকে শিশুৰ কাৰণে নিজকে উছৰ্গা কৰিছিল। গুৱাহাটীত য'তেই শিশু অনুষ্ঠান, য'তেই শিশু বিদ্যালয়, তাতেই দেখা গৈছিল হাঁহিমুখীয়া নবীন ছাৰক। অসমৰ মইনা পাৰিজাতবোৰৰ অন্যতম কৰ্ণধাৰ, প্ৰাণ প্ৰতিষ্ঠাতা আছিল নবীন ছাৰ। গুৱাহাটীৰ বিহুতলীত 'শ্ৰীময়ী অসমী'ৰ বন্দনা গীতটি গোৱাৰ পিছতেই নবীন ছাৰৰ পৰিচালনাত শ শ অকণিয়ে পাখিলাহী পখিলাৰ দৰে জাকি মাৰি ব্যায়াম-নৃত্য দেখুৱাই অসমৰ জাতীয় উৎসৱটিৰ সৌষ্ঠব বঢ়াইছিল।

মহাভাৰতৰ ভীষ্ম পিতামহে ছমাহ শৰশয্যাত শয়ন কৰি স্বৰ্গাৰোহণ কৰাৰ নিচিনাকৈ শিশুহিতৈষী নবীনচন্দ্ৰ শৰ্মাও প্ৰায় তিনিমাহ কাল মৃতবৎ অৱস্থাত ৰোগ-শয্যাত পৰি থাকি সিদিনা সাত আগষ্ট (১৯৭৪) বুধবাৰে গুৱাহাটীত তেওঁৰ নিজ বাসভৱনত স্বৰ্গী হ'ল। নবীন শৰ্মাৰ অবিহনে আজি গুৱাহাটীৰ বিহুতলী জঁয় পৰি গ'ল, অকণ-অকণিহঁত নিঠৰুৱা হ'ল। তেওঁলোকৰ বিহু-ককা নবীন ছাৰ আৰু নাই।

কিন্তু এই আজীৱন শিশুপ্ৰেমীজনক ৰাইজে দিলে কি? চৰ্কাৰে দিলে কি? ফুটুকাৰ ফেন। সঁচাকৈয়ে বৰ পৰিতাপৰ কথা। নবীন শৰ্মাৰ দেশ আৰু জাতিগঠনত অৰিহণা কোনোগুণে উলাই কৰিব নোৱাৰি। তথাপি তেওঁ প্ৰকৃতপক্ষে কাৰোপৰা একো নাপালে। যোগ্যজন এনেদৰে অৱহেলিত হোৱাটো এইখন দুৰ্ভগীয়া দেশত এক স্বাভাৱিক ধৰ্মত পৰিণত হৈছে। সুখৰ বিষয় নবীন শৰ্মাই তেওঁৰ শিশুপ্ৰেমৰ স্থায়ী স্বাক্ষৰ এৰি থৈ গৈছে ছপাৰ পোহৰ দেখা পোৱা দুখন পুথিত—'শাৰীৰিক শিক্ষাৰ হাতপুথি' আৰু 'শিশু শিক্ষা প্ৰণালী'। নবীন শৰ্মা সাধাৰণ মানুহ হৈও আছিল অসাধাৰণ। এনেবোৰ মানুহেই একোখন সবল আৰু সুস্থ সমাজ গঢ়ি তোলে। শিশুহিতৈষী নবীনচন্দ্ৰ শৰ্মা অশৰীৰীভাৱে অসমৰ প্ৰতিজন শিশুৰ মাজতে জীয়াই থাকক, এয়ে আমাৰ কামনা।

# শিক্ষাবিদ সাহিত্যসেৱী ঈশ্বৰচন্দ্ৰ বৰুৱা

**অধ্যাপক শ্ৰীশশী শৰ্মা**

অধ্যাপক ঈশ্বৰচন্দ্ৰ বৰুৱাদেৱে বৰ বেছি সাহিত্য সৃষ্টি কৰা নাছিল। আচলতে মৃত্যুৰ কিছুদিন আগলৈকে তেওঁৰ ৰচনা প্ৰকাশো হৈছিল কম। তেওঁ আছিল মুখ্যতঃ শিক্ষক আৰু নিৰ্মাতাহে। প্ৰায় এযুগ ধৰি স্কুলত শিক্ষকতা কৰাৰ পিছত পুৰা পঁচিশ বছৰ কাল নলবাৰী কলেজত শিক্ষকতা কৰে অসমীয়া বিভাগৰ মুখ্য অধ্যাপক-স্বৰূপে নলবাৰীৰ গৰ্ডন হাইস্কুলত শিক্ষকতা কৰি থাকোঁতে স্কুলৰ আলোচনী 'নৈবেদ্য' আৰু 'আৱাহন'ত তেওঁৰ গল্প আৰু নাটক প্ৰকাশ হোৱাৰ উপৰি তেতিয়াৰ গৰ্ডন স্কুলৰ শিক্ষক আৰু সম্প্ৰতি নলবাৰী কলেজৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ প্ৰভাত চন্দ্ৰ গোস্বামীৰে সৈতে যুটীয়াভাৱে ৰচনা কৰা 'পৰিণাম' নাটকখনো তেতিয়াই প্ৰকাশ হৈছিল। নলবাৰী কলেজত কাম কৰা সুদীৰ্ঘ পঁচিশ বছৰৰ ভিতৰত কলেজ আলোচনীৰ পাতত দুটা কি তিনিটা আলোচনা আৰু শেষৰ ফালে 'মন্দাকিনী', 'মণিকূট' আৰু 'আমাৰ প্ৰতিনিধি'ত কেইটামান গল্প আৰু আলোচনা প্ৰকাশ হৈছিল। মৃত্যুৰ আগে আগে তেওঁৰ দহোটা গল্পৰ আৰু পাঁচখন একাংক নাটকৰ সংকলন দুটা প্ৰকাশ কৰে নলবাৰীৰ নিৰ্মিয়মান সাংস্কৃতিক সংগ্ৰহালয়ে। তেওঁ ৰচনা কৰা প্ৰায় ডেৰকুৰি গীত, আধাকুৰিমান কবিতা, দুখন কি তিনিখন নাটক আৰু কেইবাটাও ব্যঙ্গাত্মক আৰু গধুৰ আলোচনা এতিয়াও অপ্ৰকাশিত অৱস্থাতেই আছে।

১৯১৫ চনৰ ১৯ জানুৱাৰীৰ দিনা কমাৰকুছীয়া কৃষ্ণচন্দ্ৰ বৰুৱা (উকীল)ৰ ঔৰসত মাতৃ হেমকান্তী বৰুৱানীৰ গৰ্ভত গুৱাহাটীত জন্ম লাভ কৰা শিশু ঈশ্বৰচন্দ্ৰই গুৱাহাটীতে শৈশৱ আৰু কৈশোৰ অতিবাহিত কৰি যৌৱনত কটন কলেজৰপৰাই বিজ্ঞানৰ স্নাতক হৈছিল (১৯৩৮)। পদাৰ্থ বিজ্ঞানৰ স্নাতকোত্তৰ মহলাত অধ্যয়নৰ কাৰণে গৈ কলিকতা

বিশ্ববিদ্যালয়ত ভৰ্তিও হৈছিল, কিন্তু প্ৰবেশিকা মহলাত উঠাৰ আগে আগে মাতৃক আৰু স্নাতক মহলাত উঠাৰ আগে আগে পিতৃক হেৰুৱাই বৰুৱাদেৱে অভাৱৰ তাড়নাত গাঁৱলৈ গুচি আহি পোনতে বৰখালা হাইস্কুলত আৰু পিছত নলবাৰীৰ গৰ্ডন স্কুলত শিক্ষকতা কৰিবলৈ লয়। তাতেই তেওঁ প্ৰাইভেট প্ৰাৰ্থী হিচাপে ১৯৪২ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা 'আধুনিক ভাৰতীয় ভাষা' ( অসমীয়া )ৰ স্নাতকোত্তৰ মহলাত উঠি এম, এ, উপাধি লাভ কৰে।

সেই সময়তে নলবাৰীত কলেজ প্ৰতিষ্ঠাৰ অনুকূলে আন্দোলন গঢ়ি উঠে আৰু বৰুৱায়ো আন্দোলনত আগ ভাগ লয়। এমুঠি শিক্ষিত-লোকৰ অক্লান্ত শ্ৰমৰ ফলত ১৯৪৫ চনত নলবাৰী কলেজ প্ৰতিষ্ঠা হয়। নলবাৰী কলেজ অসমৰ ভিতৰত গাঁৱলীয়া অঞ্চলত নিৰ্মিত প্ৰথম কলেজ। ঈশ্বৰচন্দ্ৰ বৰুৱা নলবাৰী কলেজৰ অধ্যাপকেই নহয়, তেওঁ প্ৰধান সংগঠক আৰু নিৰ্মিতা সকলৰ ভিতৰত অন্যতম আছিল। এতিয়ালৈকে নিৰ্মিত সকলোবোৰ ঘৰ-দুৱাৰতে অধ্যাপক ঈশ্বৰচন্দ্ৰ বৰুৱাৰ মন আৰু হাতৰ ছাপ লাগি আছে। সাহিত্য-চৰ্চাৰ প্ৰতি আওকাণ কৰি, আনকি সময়ে সময়ে অধ্যয়ন আৰু অধ্যাপনাকো এলাগী কৰি কলেজৰ ঘৰ-দুৱাৰ আদি সজাতহে মনোনিবেশ কৰাৰ পৰা অনুভৱ কৰিব পাৰি কলেজখনৰ প্ৰতি তেওঁৰ কিমান আগ্ৰহ আছিল। কলেজৰ উপৰি নলবাৰীৰ নাট্যমন্দিৰ বা হৰি-মন্দিৰকে ধৰি অন্যান্য ৰাজহুৱা আৰু ব্যক্তিগত মানুহৰ ঘৰ-দুৱাৰ আদি সজোৱাত ঈশ্বৰচন্দ্ৰ বৰুৱাই যি নিৰ্মাণ-কুশলতাৰ পৰিচয় দিছিল তালৈ চালে তেওঁক প্ৰযুক্তিবিদ্যাবিদ্ বুলিবলৈহে মন যায়। বিজ্ঞান আৰু কলাৰ সমন্বয়ত গঢ়ি উঠা কাৰণেই বোধহয় তেওঁৰ জীৱন বাস্তৱ আৰু কল্পনাৰ নিপুণ সমাহাৰ।

তেওঁ সদায় কামৰ মাজত টাকুৰি ঘূৰা দি ঘূৰি ফুৰিছিল। তেওঁ আছিল নীৰৱ কৰ্মযোগী। আচৰিত কথা যে যোৱা ১৯৭২ চনৰ মে মাহত এই কৰ্মযোগী জনা কৰ্কট ৰোগত আক্ৰান্ত হয়। আৰু সকলো

চিকিৎসা আৰু বন্ধু-বান্ধৱ, প্ৰিয়পৰিজনৰ সদিচ্ছাক কাটি কৰি থৈ যোৱা ১২ ডিচেম্বৰৰ দিনা ( ১৯৭২ চন ) সন্ধিয়া নশ্বৰ দেহ ত্যাগ কৰে।

'বিচাৰ', 'জাতিস্মৰ', 'পাছে পাছে নাহিব', 'নয়া সয়ম্বৰ' আৰু 'ফেৰীৱালা' এই পাঁচখন একাংক নাটৰ সংকলন 'পঞ্চশৰ' যোৱা অক্টোবৰ মাহত প্ৰকাশ হৈছে। লগতে প্ৰকাশ হৈছে 'বৰুৱাৰ গল্প' বোলা গল্প-সংকলনটি। অধ্যাপক ঈশ্বৰচন্দ্ৰ বৰুৱাৰ সান্নিধ্যলৈ অহা ব্যক্তি মাত্ৰেই অনুভৱ কৰিব পাৰিছিল যে তেওঁ আছিল আদৰ্শবান ব্যক্তি, সময়ে সময়ে বিদ্ৰোহী-বিপ্লৱীও। তেওঁৰ প্ৰকাশিত আৰু অপ্ৰকাশিত সকলোখিনি ৰচনাই এই কথা সমৰ্থন কৰে। নাটক পাঁচোখনেই আৰু গল্প কেইটিও কম-বেঁচি পৰিমাণে ব্যঙ্গাত্মক। ব্যঙ্গবাণেৰে সমাজ-দেহৰ কদাকাৰ ৰূপটো ক্ষত-বিক্ষত কৰি, অনীতি-অনাচাৰ লোপ কৰি সুন্দৰ-সুঠাম ৰূপে সমাজ গঢ়ি তোলাই তেওঁৰ মুখ্য আদৰ্শ। নগৰীয়া কৃত্ৰিম সভ্যতাৰ তেওঁ কঠোৰ সমালোচক। অৱশ্যে তেওঁ ৰক্ষণশীলো নহয়। নগৰীয়া মানুহৰ মাজতো মহানুভৱতাৰ নিদৰ্শন তেওঁ অনুভৱ কৰে। তেওঁ 'নীলকণ্ঠ' গল্পত নিজেই কৈছে, নগৰৰ কৃত্ৰিম সভ্যতাই সকলোৰে মন অন্ধ আৰু কলুষিত কৰিব পৰা নাই।" 'পথে নাৰী বিবৰ্জিতা'ৰ অধ্যাপক বৰুৱাক নাৰীবিদ্বেষী বুলিবলৈ মন যায় যদিও 'কিয় সজালে', 'নীলকণ্ঠ', 'বিশেষজ্ঞ', 'অন্বেষণ' আদিত আকৌ নাৰীৰ মহত্বপূৰ্ণ সত্তাকো তেওঁ স্বীকৃতি দিছে। নাৰীকো তেওঁ পুৰুষৰ সমানেই স্থান দিছে, পুৰুষৰ দৰেই আৱশ্যক হলে নাৰীকো কঠোৰভাৱে সমালোচনাও কৰিছে। ভালকৈ বিশ্লেষণ কৰিলে তেওঁৰ ৰচনাৱলীয়ে অধ্যাপক বৰুৱাৰ সংস্কাৰহীন মানৱীয় সত্তাৰ হৈ সুন্দৰ পৰিচয় দিয়ে বুলি ক'ব পাৰি।

'অভিনৱ' দেশ স্বাধীন হোৱাৰ কিছুদিন পিছতেই ৰচিত এখন পাঁচোটা দৃশ্যৰ নাটক। অভিনয়ৰ কাৰণে হয়তো ই সিমান উপযোগীও হোৱা নাই। ই এতিয়াও অপ্ৰকাশিত অৱস্থাত। ইয়াৰ মাজেদি প্ৰকাশিত সুস্থ আদৰ্শবাদৰ কাৰণেই ই আদৰণীয়। মধুপুৰ গাওঁ

শিক্ষিত আৰু আঢ্যবন্ত মানুহৰেই ভৰপূৰ। কিন্তু গাওঁখনৰ আলিবাটৰ অৱস্থা তেনেই শোচনীয়। বৰষুণ দিলেই ক'বো মানুহ ক'লৈকো ওলাব নোৱাৰা হয়। বাৰিষা আলি বাটতেই পানীত বুৰি ল'ৰা-ছোৱালীয়ে মৃত্যু বৰণ কৰে। অথচ গাঁৱৰ কোনো মানুহেই এই দুৰৱস্থাৰ কথা নাভাবে বা আলিবাট বন্ধোৱাৰ চেষ্টা নকৰে। এই গাঁৱৰ স্কুললৈ নতুনকৈ অহা শিক্ষক অভিনৱ শৰ্মাই কিন্তু এই দুৰৱস্থা সহিব নোৱাৰিলে। জহৰ বন্ধত এদল ছাত্ৰক লৈ গৈ তেওঁ গাৱঁৰ আলি বন্ধাত লাগিল। পোনতে গাৱঁৰ তথাকথিত মুখিয়াল সকলে বাধা জন্মালে। কিন্তু ছাত্ৰ-শিক্ষকৰ নিষ্ঠাৰ আগত সকলো বাধা আঁতৰি গ'ল—ৰাইজ আহি তেওঁলোকৰ লগত সহযোগ কৰিলে। আনকি প্ৰতিক্ৰিয়াশীল চিন্তাৰ মৌজাদাৰো আহি সহযোগ কৰিবলৈ বাধ্য হ'ল। এয়ে নাটকখনৰ থুলমূল কথা। নাটকখনৰ সৌন্দৰ্য বঢাইছে ইয়াত সন্নিবিষ্ট কৰা—

(১) অ' মোৰ ডেকা গাভৰুৰ দল ·· ··· ···

(২) অসম অসম সোণৰ অসম · · · · · · ··· ···

আদি গীত কেইটাই আৰু লাচিত, মণিৰাম প্ৰভৃতিৰ আবৃত্তি কেইটাই। 'দেশ বিচাৰৰ গীত' বুলি সন্নিবিষ্ট কৰা ব্যঙ্গাত্মক গীত কেইটায়ো নাটকখনৰ আকৰ্ষণ বঢোৱাত সহায় কৰিছে।

অধ্যাপক ঈশ্বৰচন্দ্ৰ বৰুৱা সততে সবল আশাবাদীও আছিল। উচ্চমাধ্যমিক স্কুলৰ অষ্টমান শ্ৰেণীত পঢা দিনৰেপৰা তেওঁ গীত আৰু কবিতা ৰচিছিল। তেতিয়াৰ পৰা মৃত্যুৰ আগলৈকে ৰচিত প্ৰায়ভাগ ৰচনাৰ মাজেদি ই মূৰ্ত্ত হৈ উঠা আমি অনুভৱ কৰোঁ।

১৯৩০।৩১ চনত সদৌ ভাৰত ব্যাপি স্বাধীনতা আন্দোলন গঢ লৈ উঠিছিল। তেতিয়া ঈশ্বৰচন্দ্ৰ বৰুৱা আছিল ৮ম মান শ্ৰেণীৰ ছাত্ৰ। তেতিয়াই ৰচিত গীতৰ মাজেদিও তেওঁৰ আশাবাদী মন আৰু দেশাত্মবোধৰ সুন্দৰ বিকাশ ঘটিছে। তেওঁ লেখিছে,—

আজি দুখুনী মাতৃৰ
মুক্তি পূজাৰ আৱাহন ;
কৰা কৰা, সাজা সবে,
হোৱা এবে আগুৱান।
নিদ্ৰালস ভাৰতবাসী
উঠা, উঠা, এইবাৰ,
পৰাধীনা ভাৰত মাতৃক
কৰা, কৰা উদ্ধাৰ।
অহিংস মন্ত্ৰত দীক্ষিত হৈ
আহা সবে আগুৱাই,
নকৰি শংকা, ভয় ভাৱনা
যোগ দিয়া সবে ভাই।
মুক্তিৰ পথ মুকলি হ'ব
নাই তাত কোনো শংকা
ভাৰত তেতিয়া স্বাধীন হ'ব
স্বাধীনতাৰ বাজিব ডংকা।

(২৬-১১-৩১)

এই গীতটোৱেই সেই সময়ৰ কিশোৰ ঈশ্বৰচন্দ্ৰ বৰুৱাৰ কল্পনা-প্ৰৱণ আশাবাদী মনৰেই যে স্বৰূপ দাঙি ধৰিছে এয়ে নহয়, ইয়াৰ মাজেদি সেই সময়ৰ ভাৰতৰ স্বাধীনতা আন্দোলন আৰু স্বাধীনতা কামী মুক্তি-যুঁজাৰু ভাৰতীয় সকলৰ মনৰো উত্তম পৰিচয় দিবলৈ সমৰ্থ হৈছে। সদৃশ ভাবৰ গীত তেওঁ কেবাটাও ৰচনা কৰিছে। এই গীতবোৰে তেওঁৰ সম্ভাৱনাপূৰ্ণ কবি-মানসৰো পৰিচয় দিব পাৰিছিল।

দেশ স্বাধীন হোৱাৰ সময়ত তেওঁ ৰচনা কৰিছিল 'অ' মোৰ ডেকা-গাভৰুৰ দল ·' গীতটো। আমাৰ মনত আছে যে '৪৭ চনৰ ১৫ আগষ্টৰ দিনা পোন প্ৰথম ভাৰতৰ ৰাষ্ট্ৰীয় পতাকা উত্তোলনৰ পিছত নলবাৰীত যিটো অভূতপূৰ্ব সমদল ওলাইছিল,

তাত গৰ্ডন স্কুলৰ ছাত্ৰসকলে এই গীতটো পৰম উলাহেৰে গাই গাই সমগ্ৰ নলবাৰী নগৰ উখল-মাখল লগাইছিল। এই গীতৰ সুৰ দিছিল অধ্যাপক বৰুৱাই নিজে আৰু সমদলত ছাত্ৰ-সকলৰ লগে লগে থাকি তেওঁ উৎসাহ-অনুপ্ৰেৰণাও যোগাইছিল।

অধ্যাপক বৰুৱাক অতি সাহসী বা বিপ্লৱী আছিল বুলি কোৱা টান। কিন্তু সাহসী আৰু বিপ্লৱীৰ প্ৰতি আছিল তেওঁৰ অকুণ্ঠ শ্ৰদ্ধা তেওঁৰ এই ৰূপটোও আমি কৈশোৰৰে পৰা অনুভৱ কৰোঁ। ১৯৩২ চনতে ৰচনা কৰা এটা গীতত কৈছে—

কল্যাণ মোৰ কাম্য নহয়
  কাম্য মোৰ স্বাধীনতা।
অসম আজি সুপ্তি মগন
  প্ৰকাশে তাৰ হীনতা॥

ইয়াৰ কিছুদিন পিছত ৰচিত আন দুটা গীতৰ মাজেদি ঈশ্বৰচন্দ্ৰ বৰুৱাৰ বিদ্ৰোহী-বিপ্লৱী মনৰো চিনাকি পোৱা যায়। এটা গীতত গাইছে,—

মই জগাই দিম হিয়াই হিয়াই তীব্ৰব্যথা পৰাধীনতাৰ,
মই বোৱাই দিম তপ্ত ৰক্ত সিৰাই সিৰাই বিদ্ৰোহিতাৰ।
মই আঁকি দিম সুপ্ত মনত স্বাধীনতাৰ ৰঙীণ আশা,
মই আজি দিম চিৰ লাঞ্ছিত চিৰ বঞ্চিতৰ মুখত ভাষা।

পিছৰটো গীতৰ মাজেদিও প্ৰায় একে সুৰ, ভাৱ আৰু ভাষা অনুভৱ কৰা যায়। তেওঁ গাইছে,—

'নিজৰ খ্যাতিৰ হকে
  আই তোক পূজিবলৈ খোজা নাই মই;
দিয়া শক্তি, দিয়া সাহ
  অসমক পাৰোঁ যেন জগোৱাব মই।

এই গীতৰ মাজেদি প্ৰকাশিত ভাৱ বাস্তৱত ৰূপায়িত কৰাৰ

শক্তি আৰু সাহস হয়তো তেওঁ বাস্তৱত গোটাৰ পৰা নাছিল; কিন্তু তেওঁৰ অন্তৰত যে এনে ভাব ধাৰা সততে হো হোৱাই বৈ আছিল, তাক হলে অনুভৱ কৰিব পাৰি। অন্তৰত আঘাত লাগিলেই ই গীত, কবিতা, নাটক, গল্প বা ব্যঙ্গাত্মক ৰচনাৰ মাধ্যমত প্ৰকাশ পাইছিল। আন বহুতৰ দৰে ঈশ্বৰচন্দ্ৰ বৰুৱাৰো বিশ্বাস আছিল যে স্বাধীনতা লাভৰ লগে লগে দেশৰ অপূৰ্ব বিকাশ হ'ব, দুখ-কষ্ট, লাঞ্ছনা-গঞ্জনা শাসন-শোষণ চিৰ দিনৰ কাৰণে বিলোপ হ'ব। কিন্তু স্বাধীনতাৰ পিছত দেশত যেতিয়া তাৰ সম্পূৰ্ণ বিপৰীতমুখী পৰিস্থিতিৰহে উদ্ভৱ হ'ল, দৰিদ্ৰ বেছি দৰিদ্ৰ হ'ল, অত্যাচাৰ, অনাচাৰ, উৎপীড়ন বাঢিল, জাতিৰ মান-মৰ্যাদা হানি কৰি হলেও নেতৃত্ব ভোগ-বিলাসত মত্ত হ'ল, তেতিয়া তেওঁ সহিব নোৱাৰিলে, গীত-কবিতা, নাটক-গল্প ৰচনা কৰি এনে পৰিস্থিতিৰ তীব্ৰ বিৰোধিতা কৰিলে। অলস-অজ্ঞানে ঢাকি ধৰা জনতা আৰু নেতৃত্বক তেওঁ গীত ৰচি জনাই দিব বিচাৰিলে,—

সাগৰ সংকাশ শতপুখুৰী দৌল মন্দিৰ গোঁহাই কমল আলি।
নিশাত ৰচে.শিলৰে বাট, মোৰ অসমত ধোঁদেও বন্ধে আলি॥

লগতে অসমৰ বীৰ গাঁথা, সাহসিকতা, শংকৰ-মাধৱ-কন্দলি প্ৰভৃতিৰ সাহিত্য-কৃতিৰ কথা সোঁৱৰাই দি তেওঁ নতুন পুৰুষক পুৰণিৰ স্মৃতিৰে উদ্বুদ্ধ কৰিব বিচাৰি "হিয়াৰ সমল সাহস আমাৰ বাহুত আছে বল" বুলি কৈ নতুন অসম তথা ভাৰত গঢ়াত হাতে-কামে ব্ৰতী কৰিবলৈহে বিচাৰে।

আকাল আহুকাল এতিয়াও আমাৰ মাজৰপৰা তিৰোহিত হোৱা নাই। কিন্তু ৬৬-৬৭ চনতকৈ অকমাণ সকাহ পোৱা যেন অনুমান হয়। তেতিয়া মাৰ্কিন বা ছোভিয়েত প্ৰভৃতি দেশৰ পৰা অহা ঘেহুৰ প্ৰতি সতৃষ্ণ নয়নে চাই থাকিব লগীয়া অৱস্থাৰ সৃষ্টি হৈছিল। সস্তীয়া আটা বা চাউল বিতৰণ কৰা দোকানৰ আগত আধা মাইল দীঘল 'কিউ' কৰি ঘণ্টাৰ পিছত ঘণ্টা জুৰি একিলোগ্ৰাম চাউল বা আধা কিলোগ্ৰাম আটাৰ কাৰণে পৰ দিব লগা অৱস্থাৰ

সৃষ্টি হৈছিল। গল্প 'অভিমান' বা নাটক 'পাছে পাছে নাহিব' আদিত এই পৰিস্থিতি তেওঁ সুন্দৰকৈ প্ৰকাশ কৰিব পাৰিছে।

এই সময়েতে '৬৬ চনৰ মাৰ্চৰ শেষত প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীয়ে আমেৰিকা ভ্ৰমণ কৰিছিল। 'নিউজ উইক' বোলা আলোচনীখনে প্ৰধান মন্ত্ৰীৰ আমেৰিকা ভ্ৰমণৰ আলোচনা প্ৰচাৰ কৰি লেখিছিল,- "জুৱেল ব্ৰাইট চিক্কশাৰী" পৰিহিতা প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীয়ে মুখৰ গুলপীয়া হাঁহিৰে ওৱাছিংটন ভ্ৰমণ কালত সকলোকে মুগ্ধ কৰা বুলি ৬।৪।৬৬ তাৰিখৰ 'আসাম ট্ৰিবিউন' কাকতে এই বাতৰি পুনৰ পৰিৱেশন কৰাত ঈশ্বৰচন্দ্ৰ বৰুৱাই 'নালাগেনে লাজ' বুলি গৰ্জি উঠি লেখিলে,—

নালাগেনে লাজ ?
হাতত আছে ভিক্ষা-পাত্ৰ দেহত দেখোঁ 'জুৱেল ব্ৰাইট' শাৰী।
ভাৰতৰ প্ৰতিনিধি আজি দেশে দেশে ঘুৰে অন্ন ভিক্ষ মাগি।
বাপুজীও আছিল এদিন ভাৰতৰ প্ৰতিনিধি ,
অন্নহীন বস্ত্ৰহীন জনতাৰ আছিল প্ৰতীক তেওঁ ,
ভিক্ষা পাত্ৰ নাছিল হাতত।
দেশে দেশে ভাৰতৰ প্ৰতিনিধিবোৰে
বিলাসৰ প্ৰতিযোগিতাত ফুৰে ফেৰ মাৰি,
নকৰে অকণো লাজ।
অৰ্ধাহাৰী জনতাৰ নিৰ্বাচিত নিলাজৰ দলে
খায় ৰাজভোগ , দেহত বিৰিঙি উঠে
তৃপ্ত কামনাৰ উজ্জ্বল আভাস।
লাখ লাখ শিশু, নৰ-নাৰী শীতাবৰণহীন, মৰে কঁপি ,
মুষ্টিমেয় ভাগ্যবানবোৰে জহৰ দিনতো পিন্ধে
খাৰ-গাঁঠি ঢাক-খোৱা বস্ত্ৰ আৰু জোতা-মোজা।
নিলাজ-নিধক হেৰ গোলামৰ দল ;
মুখত শুনিছোঁ তোৰ ভাৰতৰ ঐতিহ্যৰ জয়-গুণ গান

বাজত দেখিলোঁ তাৰ সকলোতে ফুটি উঠে দাসত্বৰ চিন।

নালাগেনে লাজ?

এয়েই আছিল ঈশ্বৰচন্দ্ৰ বৰুৱাৰ ব্যক্তি-মানসৰ স্বৰূপ। এনে ৰচনালৈ লক্ষ্য কৰিলে তেওঁক অম্বিকাগিৰী ৰায়চৌধুৰীৰ অনুগামী যেন অনুভৱ হয়। অৱশ্যে ৰায়চৌধুৰীয়ে আৱশ্যক বুজি কাব্যৰ কথা বাস্তৱত ৰূপায়িত কৰিবলৈ আন্দোলন গঢ়ি তুলিবলৈ শক্তি আৰু সাহসৰ পৰিচয় দিয়াৰ দৰে দক্ষতা ঈশ্বৰচন্দ্ৰ বৰুৱাই দেখুৱাৰ পৰা হয়তো নাছিল। এই ক্ষেত্ৰত কবিৰ ভাৱ-বিলাসী মনটোৱেহে উঁকি মাৰে বুলিব পাৰি।

'মোৰ ভাষণ' বোলা গল্পটোত কোৱাৰ দৰে অধ্যাপক ঈশ্বৰ বৰুৱাই অনুভৱ কৰিছিল যে আমাৰ জাতিটো বিপথগামী হৈছে। তেওঁ ইয়াকো অনুভৱ কৰিছিল যে আদৰ্শবাদী সাহসী নেতৃত্বই শুদ্ধ পথৰ সন্ধান দিব পাৰিলে জাতিৰ বিকাশৰ কাৰণে বহুকাল নালাগিব। 'দিবাস্বপ্ন'ত তেওঁ আদৰ্শবাদী নেতৃত্বৰ পৰিচয় দিছে লক্ষ্মীনাথ বেজবৰুৱা আৰু অম্বিকাগিৰী ৰায়চৌধুৰীৰ মাজেদি। নতুন পুৰুষৰ প্ৰতি তেওঁ ভালেমান লেখাৰ মাজেদি তীব্ৰভাবে বক্ৰাঘাত কৰিছে। 'জাতিস্মৰ'ত তেওঁ নতুন পুৰুষক বান্দৰৰ লগতো তুলনা কৰিবলৈ কুণ্ঠাবোধ কৰা নাই। 'এখন কাঠৰ দলং' বোলা গল্পটিৰ মাজেদি আজিৰ মানুহৰ সন্দেহবাদী মনৰো সুন্দৰ পৰিচয় দিব পাৰিছে।

বৰুৱাদেৱে বহু ৰচনা কৰা নাই সচাঁ, কিন্তু যিখিনি ৰচনা কৰিছে তাৰ মাজেদি তেওঁৰ চাৰিওফালৰ সমাজ-খনৰ নানা সমস্যা, পৰিস্থিতি আৰু ব্যক্তিক সফলভাৱে ৰূপায়িত কৰিবলৈ যত্নৰ ত্ৰুটি কৰা নাই। তেওঁৰ গীত আৰু কবিতাৰ দৰে গল্প আৰু নাটকতো ক'তো জড়তা নাই, ভাষাৰ সাৱলীলতা আৰু ভাৱৰ মানৱীয় আবেদনে অধ্যাপক বৰুৱাৰ ৰচনাৰ আকৰ্ষণ বঢ়াইছে। সকলো কালৰ সকলো মানুহৰ কাৰণে হয়তো তেওঁ সাহিত্য সৃষ্টি কৰাৰ কথা কল্পনা কৰাই নাছিল; তথাপি সংযত ভাষা, সূক্ষ্ম অনুভূতি আৰু ব্যঙ্গৰ কাৰণে তেওঁৰ ৰচনাৱলীৰ

আদৰ বহুদিনলৈ অটুট থাকিব। তেওঁ নিজে আশা কৰাৰ দৰে তেওঁৰ ৰচনাই আমাক চিন্তা কৰিবলৈও হয়তো শিকাব।

আলোচনা সামৰাৰ আগে আগে অধ্যাপক বৰুৱাৰ আন এটা দিশৰ কথা অলপ কোৱা উচিত হ'ব। আমি কৈ আহিছোঁ যে তেওঁ সবল আশাবাদী আছিল। আৰু আচলতেই সেই গুণে তেওঁ হাস্য-ৰসিকো আছিল। যাৰ জীৱনত আশা-বাসনা নাই, সি হাঁহিব বা হঁহুৱাবও নাজানে। অধ্যাপক বৰুৱাৰ সমগ্ৰ জীৱন বা সমগ্ৰ ৰচনাৱলীৰ কথা বাদ দি কৰ্কট ৰোগত আক্ৰান্ত হোৱাৰ পিছৰ কালছোৱালৈ চালেও তেওঁৰ এই ৰূপটো স্পষ্ট হৈ পৰে।

'৭২ চনৰ ২৭ মেৰ দিনা তেওঁ বোম্বাইৰ 'দেশাই মেমোৰিয়েল লক্ষ্মী হস্পিতাল আৰু নাৰ্ছিং হোম'ৰ বিচনাৰ পৰা আমালৈ লিখা চিঠি এখনত অন্যান্য কথাৰ লগত লিখিছিল,—

"আশাকৰোঁ। নলবাৰীৰ সকলোৰে একপ্ৰকাৰ মঙ্গল। আমাৰ সাহিত্য সমাজৰ নতুন সমিতি আদি গঠনৰ পিছত কাম-কাজ আদি নিয়াৰিকৈ চলিছে বুলি আশা কৰিছোঁ। কৰ্কট অসুৰৰ দমন কৰিবলৈ নিয়মিত শৰ (Cobalt Ray) নিক্ষেপ আৰম্ভ কৰাৰ লগে লগে ব্যাধিদৈত্যই সোঁ। তপিনাত ৰণ-হুংকাৰ দিবলৈ ধৰিলে, বিষ-বেদনাত অস্থিৰ কৰি তুলিলে। সাধক-চিকিৎসক ডাক্তাৰ দেশাইৰ শৰণাপন্ন হলোঁ। অস্ত্ৰোপচাৰ কোঠালিত মোক শুৱাই লৈ ভৰি দুখন দুটা খুটিত বান্ধিলে। মাজতে জ্ঞান হেৰুৱাইছিলোঁ। যেতিয়া সাৰপাওঁ তেতিয়া দেখোঁ যে মই নাৰ্ছিং হোমৰ নিজা বিছনাখনতে শুই আছোঁ। ব্যাধি দৈত্যৰ পৰাজয় ঘটিল। এতিয়া একান্তভাৱে কৰ্কট অসুৰৰ লগত সংগ্ৰামৰ কাৰণে যথাশক্তি চেষ্টা কৰিম। মোৰ জীৱনটোৰ যদি কিবা প্ৰয়োজন থকা বুলি ভগবানে ভাবে তেনেহলে সুস্থ হৈ উভতি যাব পাৰিম বুলি আশা ৰাখিছোঁ।"

২৫ জুনৰ দিনা প্ৰথমবাৰ ঘূৰি আহি তেওঁ নলবাৰীৰ ঘৰত উপস্থিত হৈছিল। তেওঁ আহি পোৱাৰ লগে লগে দেখা কৰিবলৈ

আহা মানুহৰ সোঁত ববলৈ ধৰিলে। তেতিয়া তেওঁ শ্ৰান্ত-ক্লান্ত। সেয়ে বাইজলৈ বুলি সমিধান স্বৰূপে আগ বঢ়ালে,—

"কোন তুমি ?
সুধিছাহি ৰণৰ বাতৰি মোক ?
দ্বাৰকা প্ৰান্তত
সুদীৰ্ঘ সংগ্ৰাম কৰি
কৰ্কট অসুৰ আৰু ব্যাধি-দৈত্য স'তে
ক্লান্ত এবে, শ্ৰান্ত মই।
আছে মোৰ যোগ্য সেনাপতি
পুলকেশ ৰণাধীশ। (বৰুৱাৰ পুত্ৰদ্বয়)
তানহস্তে পাবা মানে
সংগ্ৰাম সংবাদ।
মাগিছা দৰ্শন ?
নকৰোঁ বিমুখ মই
অভিলাষ কৰিম পূৰণ।
নতু,
যোৰাগৈ ভৱিষ্য গণনাকাৰী
পুৰুষ সমীপে পাবা বাৰ্তা
সঠিক নিৰ্ভুল।"

মৃত্যুৰ আগলৈকে তেওঁৰ এই হাঁহি-ধেমালি, বিচাৰ-বিবেচনা অটুট আছিল। মৃত্যুৰ দুদিন আগৰ কথা। ১০ ডিচেম্বৰ দেওবাৰে ৰাতিপুৱা ১০ মান বজাত নলবাৰী সাংস্কৃতিক সংগ্ৰহালয়ৰ কেইগৰাকীমান প্ৰতিনিধিয়ে যেতিয়া তেওঁৰ পুথিৰ মাননি আগ বঢ়াবলৈ যায় তেতিয়া লিখিতভাৱে জনোৱা তেওঁৰ মনোভাৱ ব্যক্ত কৰি লেখিছিল,—

"ভগবানৰ ইচ্ছাত কঠোৰ সাধনাৰ দ্বাৰা মই পুনৰ্জন্ম লভিবৰ আশা দেখিছোঁ। মোৰ বাক্যবোধ কৰি কৰা সাধনা পুহ মাহত শেষ হ'ব আৰু মই দ্বিতীয়বাৰ অহা মাঘত জনম লভি দ্বিজ ভোকোলা হৈ টোৰ

টোৱাবলৈ ধৰিম। সকলোৰে কৰ্ণকুহৰ সেই সময়ৰপৰা মোৰ বাক্যামৃতেৰে ভৰাই দিবলৈ পাৰিম বুলি আশা ৰাখিছোঁ।"

১২ ডিচেম্বৰৰ দিনা সন্ধিয়া তেওঁ শেষ নিশ্বাস এৰিলে। তেতিয়ালৈকেই তেওঁ আৰু বহুদিন জীয়াই থকাৰ আশা ৰাখিছিল; প্ৰিয়-পৰিজনক অভয়ৰাণী শুনাই থাকিবলৈও তেওঁ পাহৰা নাছিল। আশা আৰু সাহসৰ সুন্দৰ সমন্বয় স্বৰূপ এই গৰাকী সুপুৰুষ ঈশ্বৰ চন্দ্ৰ বৰুৱাক হেৰুৱাই আমি মৰ্মাহত হৈছোঁ।

অসম সাহিত্য সভা পত্ৰিকাৰ ৩০ শ বছৰ ৪ৰ্থ সংখ্যাত প্ৰথম প্ৰকাশিত।

# বিপ্লৱী-শিল্পী ব্ৰজনাথ শৰ্মা

## ডক্টৰ হেমন্তকুমাৰ শৰ্মা

অসমৰ ৰঙ্গমঞ্চত সহ-অভিনয়ৰ পাতনি মেলোঁতা, শিল্পী অভিনেতা, নাট্যকাৰ, নাট-পৰিচালক প্ৰথম মহাযুদ্ধৰ সৈনিক আৰু স্বাধীনতা আন্দোলনৰ দুৰ্ধৰ্ষ বিপ্লৱী ব্ৰজনাথ শৰ্মাৰ জীৱনটো আছিল সংঘাতময় আৰু বিচিত্ৰ ঘটনাৰে ভৰপূৰ। ব্ৰজনাথ শৰ্মা ব্ৰজশৰ্মা, ব্ৰজঠাকুৰ আৰু ব্ৰজ ওস্তাদ বুলিও জনাজাত আছিল।

১৮৯৪ চনৰ ছেপ্টেম্বৰ মাহত বৰপেটাৰপৰা পাঁচ মাইল পুবে অৱস্থিত প্ৰসিদ্ধ শিলা গাঁৱত ব্ৰজশৰ্মাৰ জন্ম হয়। এই গাঁও প্ৰাক্ শংকৰী যুগৰ কবি কবিৰত্ন সৰস্বতীৰ জন্ম ঠাই বুলি প্ৰসিদ্ধি আছে: "ছোটশিলা নাম আছে এক গ্ৰাম যত গ্ৰাম মধ্যে সাৰ।" ঐতিহ্যপূৰ্ণ আৰু এসময়ত সংস্কৃত শিক্ষাৰ কেন্দ্ৰস্বৰূপ এই গাঁওখনিত থকা শৰ্মাৰ পৰিয়ালটো স্বাভাৱিকতে সংস্কৃতি-সম্পন্ন আছিল। এই পৰিয়ালত সঙ্গীতৰ বিশেষ চৰ্চা হৈছিল। ব্ৰজনাথৰ সৰু দ'দা কৃষ্ণনাথ শৰ্মা এজন সুদক্ষ অভিনেতা আৰু গান-বাদ্যত নিপুণ লোক আছিল।

ডেৰ বছৰ বয়সতেই ব্ৰজনাথৰ পিতৃৰ বিয়োগ হয়। গতিকে ডাঙৰ দাদাক মহেশ্বৰ শৰ্মাই তেওঁক ডাঙৰ-দীঘল কৰে। ওচৰৰ ভেল্লা গাঁৱৰ প্ৰাথমিক স্কুলত ব্ৰজশৰ্মাৰ স্কুলীয়া জীৱন আৰম্ভ হয়।

বল্যকালত ব্ৰজনাথ বৰ উৎপতীয়া আছিল। তেওঁ 'আত্মজীৱনীত' মুকলিভাৱেই লিখিছে যে ছবছৰমান বয়সত এদিন জাৰকালি ওচৰতে বহি জুই ফুৰাই থাকোঁতে বাঘো নামৰ ল'ৰা এটিৰ উৰুত লোৰ মাৰি এডাল গৰম কৰি লগাই পুৰি দিছিল। ফলত তেওঁ ককায়েকৰ উগ্ৰ শাস্তি আৰু বাঘোৰ অভিভাৱকৰ গালি-শপনি খাব লগীয়াত পৰিছিল। স্কুলীয়া জীৱনতো ব্ৰজনাথৰ দুষ্টামি কমা নাছিল। তেওঁ

লিখিছে, "স্কুলতো শান্তভাৱে পঢ়াশুনা কৰা নাছিলো। সদায় কাৰোবাৰ নহয় কাৰোবাৰ লগত মাৰামাৰি অথবা বিনা কাৰণত কাৰোবাক জোকাই পণ্ডিতৰ চেকনিৰ কোব খোৱা এটা অভ্যাসৰ অন্তৰভুক্ত হৈ পৰিছিল।" এবাৰ একেৰাহে চাৰি পাঁচ দিন ঘৰত ফাঁকি দি স্কুল চলা সময়খিনিত লগৰ সখিয়েকৰ সৈতে কড়ি বা খিলা খেলি শেষত ধৰা পৰিছিল আৰু ককায়েকৰ মাৰ খাব লগা হৈছিল।

প্ৰাথমিক বিদ্যালয়ৰ শিক্ষা সাং কৰাৰ পিছত ব্ৰজনাথক সংস্কৃত পঢ়ুওৱাৰ উদ্দেশ্যে ককায়েকে গৌৰীপুৰৰ জমিদাৰৰ ৺তাৰিণীপ্ৰিয়া চতুষ্পাঠীত নাম লগাই দিয়ে। তাত মোমায়েকৰ আশ্ৰয়ত থাকি অধ্যয়ন কৰিছিল যদিও ব্ৰজনাথৰ ইংৰাজী শিকিবলৈহে মন আছিল। খেলা-ধূলা বিষয়ও আগবনুৱা হোৱা কাৰণে আৰু বিশেষকৈ নিজৰ সৰৱৰহী গুণৰ বাবে তেওঁ ৰাজকুমাৰ প্ৰমথেশ বৰুৱা প্ৰমুখ্যে জমিদাৰৰ আৰু অন্যান্য পৰিয়ালৰ ল'ৰাৰ লগত সহজেই মিলি যাব পাৰিছিল। সুবিধা মতে তেওঁ বন্ধু-বান্ধৱৰ ওচৰত ইংৰাজী শিকিছিল। অৱশ্যে বাল্যকালৰ দুষ্টামিবোৰে তেওঁক এৰা দিয়া নাছিল। এবাৰ জমিদাৰ-হাউলীৰ ভিতৰ সোমাই বুঢ়ী ৰাণীৰ আম চুৰ কৰি ধৰা পৰিছিল। সৌভাগ্যক্ৰমে বামুনৰ ল'ৰা বুলিহে ৰাণীয়ে তেওঁক ক্ষমা কৰিছিল; কিন্তু এনে ঘটনাৰ পুনৰাবৃত্তি ঘটিছিল। লাহে লাহে ব্ৰজনাথ গৌৰীপুৰত যজন দুষ্ট ল'ৰা বুলিয়েই জনাজাত হৈ পৰিছিল। ফলত তেওঁ অভিভাৱক আৰু ওচৰচুবুৰীয়াৰ তিৰস্কাৰ সহিব লগীয়া হৈছিল। শেষত ব্যৰ্থমনোৰথ হৈ ঘৰৰ ল'ৰা ঘৰলৈ ঘূৰি আহিল ভৱিষ্য জীৱনও কি কৰিব এই লৈ প্ৰকৃত দিহা-ভাবসা নিওঁতাও কোন নোলাল। এটি আশ্বিন মনলৈ ব্ৰজনাথ ঘৰতে বহি থাকিল।

১৯১৫ চনৰ কথা। তেতিয়া প্ৰথম মহাসমৰৰ (১৯১৪-১৮) জুয়ে গোটেই পৃথিৱী ছানি ধৰিছে। বহু ভাৰতীয় লোকে ইংৰাজ শাসকৰ আহ্বান ক্ৰমে সৈনিক বিভাগত যোগ দিছে। ব্ৰজনাথ তেতিয়া একৈশ বাইশ বছৰীয়া ডেকা-লৰা। শৰীৰৰ বল আৰু

মনৰ অসীম সাহসৰ অনুকূলে তেওঁ যেন ইমান দিনে উপযুক্ত কাম বিচাৰি পোৱা নাছিল। এতিয়া চৰকাৰে সৈনিক বিভাগত মানুহ লোৱা দেখি ব্ৰজনাথেও সেইটোকে উপযুক্ত কাম বুলি ভাবি ১৪৯ বেঙ্গল ৰেজিমেণ্টত ভৰ্তি হ'ল গৈ। এই ৰেজিমেণ্টত থাকি তেওঁ মেছোপটেমিয়াৰ বাগদাদ চহৰ, কেনিয়া কুট আমৰা, বাকু আদিকৈ মধ্যপ্ৰাচ্যৰ ভালেমান যুদ্ধ-ক্ষেত্ৰত ভ্ৰমিলে। তেওঁ নিজৰ কৰ্ত্তব্য-নিষ্ঠাৰ কাৰণে মিলিটাৰী ক্লাৰ্কৰ পৰা স্টোৰ ক্লাৰ্কলৈ প্ৰমোচন পায়।

বাগদাদ চহৰত থকা সময়ত মিষ্টাৰ জৰ্জ নামৰ ভাৰতীয় লোক এজনৰ লগত ব্ৰজশৰ্মাৰ চিনাকি হৈছিল। জৰ্জ আছিল সঙ্গীত-শিল্পী। ব্ৰজনাথে অত দিনৰ মূৰত সৈনিক জীৱনৰ মাজতো যেন তেওঁৰ মনে বিকৰি ফুৰা বস্তুটো পালে। তেওঁ জৰ্জৰ অধীনত এ-বছৰ কাল সঙ্গীত চৰ্চা কৰিছিল। পিছত তেওঁ বছোৰালে বদলি হৈ যাব লগীয়া হ'ল। সেই সময়ত বছোৰাত ভালেমান সঙ্গীত-অভিনয়-প্ৰেমী বঙালী লোকে বেষ্ট বেঙ্গল ড্ৰামাটিক ক্লাব ( Best Bengal Dramatic Club ) নামৰ এটি ৰঙ্গানুষ্ঠান খুলিছিল। ক্লাবৰ সভ্যৰ বৰঙনি আছিল দহটকা। ব্ৰজনাথে তাৰ সভ্য হৈ আজৰি সময়ত মন-প্ৰাণ দি শিকিবলৈ ললে সঙ্গীত আৰু অভিনয় কলা।

এই ক্লাবটোৱে বছোৰাৰ বুকুতেই আৰম্ভ কৰি দিলে বিভিন্ন বঙলা নাটৰ অভিনয়। প্ৰথম নাট 'বাজীৰাও'ত ব্ৰজনাথে চন্দ্ৰসেনৰ ভাও লৈ দৰ্শক বৃন্দক মোহিত কৰি পেলালে। ইয়াৰ পিছত 'দুৰ্গাদাস', 'মিছৰ কুমাৰী', 'চন্দ্ৰগুপ্ত,' 'মোগল-পাঠান', 'ৰাণাপ্ৰতাপ', 'ৰনবীৰ', 'পৃথ্বীৰাজ', 'বঙ্গে বৰ্গী', 'ধৰ্মবিপ্লৱ' আদি নাটৰ বহুবাৰ অভিনয় হ'ল। প্ৰতিবাৰতে ব্ৰজশৰ্মাই চমকপ্ৰদ অভিনয়েৰে দৰ্শক-মণ্ডলীক মুগ্ধ কৰিব পাৰিছিল। ১৯১৭ চনৰ পৰা ১৯২১ চনলৈকে ব্ৰজশৰ্মাই এই ড্ৰামাটিক ক্লাবত থাকে।

প্ৰথম মহাযুদ্ধৰ অন্ত পৰিল। ব্ৰজশৰ্মাৰ আন সৈনিকৰ সৈতে ১৯২১ চনত কলিকতালৈ ঘূৰি আহিল। ইতিমধ্যে সৈনিক

ভজশৰ্মাৰ মন সম্পূৰ্ণৰূপে অভিনয় লৈহে ঢাল খাইছে। তেওঁ কলিকতাত কিছুদিন থাকি তাৰ মঞ্চাভিনয় চালে আৰু মঞ্চাভিনয়ৰ কলা-কৌশল সম্পৰ্কে ভালেমান কথা লিকি ললে। তেওঁ বঙ্গদেশৰ প্ৰখ্যাত অভিনেতা দানীবাবুৰ আগত নিজৰ অভিনয় অভিজ্ঞতাৰ কথা কৈ কলিকতাৰ মঞ্চত অভিনয় কৰাৰ ইচ্ছা প্ৰকাশ কৰিলে। দানী বাবুয়ে তেওঁৰ কথাত মুগ্ধ হৈ কলিকতাৰ মঞ্চত স্থায়ীভাৱে অভিনয় কৰাৰ সুবিধা দিব বুলি প্ৰতিশ্ৰুতি দিলে।

দানীবাবুৰ পৰা প্ৰতিশ্ৰুতি পাই আনন্দত উত্ৰাৱল হ'ল ব্ৰজশৰ্মা। অৱশ্যে তেওঁ দানীবাবুক এই কথা কলে যে বহুদিনৰ মূৰত এতিয়া নিজ জন্মভূমিৰ পক্ষ পাক এটা মাৰিহে স্থায়ীভাৱে অভিনয়ত যোগ দিব।

ব্ৰজশৰ্মা অসমলৈ আহিল, কিন্তু মাতৃভূমি পোৱাৰ লগে লগে তেওঁৰ চিন্তাৰ সোঁত অন্যফালে ঢাল খালে। তেওঁ ভাবিলে, "কলিকতাত অভিনয় কৰিলে মোৰ হয়ত খ্যাতি বাঢ়িব, কিন্তু অসমীয়াৰ কি লাভ হব? ইয়াৰ পৰা জানো অসমৰ মঞ্চজগতৰ কিবা উন্নতি সাধিব পাৰিম? নালাগে মোক মান, নাযাওঁ কলিকতালৈ।" ব্যক্তিগত স্বাৰ্থতকৈও দেশৰ স্বাৰ্থই তেওঁৰ মনত ডাঙৰ হৈ পৰিল। তেওঁ কলিকতালৈ যোৱাটো বাদ দি গাঁৱতেই ১৯২১ চনত 'শিল্প কালিকা অপেৰা পাৰ্টি' নামৰ নাট্যানুষ্ঠান এটি খুলিলে। তেৱেঁই হ'ল এই দলটোৰ সংগঠক, পৰিচালক, মুখ্য অভিনেতা আৰু ওস্তাদ। এই দলটো প্ৰধানকৈ ওচৰচুবুৰীয়া গাঁৱৰ লোকসকলক লৈ গঠিত হৈছিল। এই দলটোত ব্ৰজশৰ্মাৰ ককায়েক নাট্য-শিল্পী কৃষ্ণকান্ত শৰ্মা আৰু আন দুগৰাকী উল্লেখযোগ্য শিল্পী উদয়নাথ শৰ্মা আৰু হৰেন্দ্ৰনাথ শৰ্মাই অংশ গ্ৰহণ কৰিছিল। পাৰ্টিটোৱে 'বাজীৰাও' আৰু 'ৰাণাপ্ৰতাপ' নাটক দুখন অভিনয় কৰিছিল। উক্ত দলটোৱে কামৰূপ জিলাত বেচ সুনাম আৰ্জিছিল। ১৯২৪ চনত এই পাৰ্টিটো ভাগি যায়।

ব্ৰজশৰ্মাই ১৯২৪ চনতে শিলা গাঁৱৰ পৰা উঠি গৈ বৰ নগৰৰ

কাষৰ দক্ষিণ গণক গাড়ী গাঁৱত স্থায়ীভাৱে বসতি কৰিবলৈ লয়। তাত তেওঁ অনাদৰ মহাজন নামৰ এজন লোকৰ সাহায্যত 'দক্ষিণ গণকগাড়ী অপেৰা পাৰ্টি' নামেৰ ভ্ৰাম্যমাণ যাত্ৰাদল এটি খোলে। এই দলটোও মুঠে পাঁচ বছৰহে আছিল যদিও এই কালছোৱাৰ ভিতৰত ব্ৰজশৰ্মা এজন আগ শাৰীৰ অভিনেতা-ৰূপে সুপ্ৰতিষ্ঠিত হ'ল। এই দলটোৱে 'ধাত্ৰীপান্না', 'বাচস্পতি', 'অজ্ঞা', 'ৰণজিৎ সিংহ', 'কালাপাহাৰ', আদি নাটক অভিনয় কৰি নামনি অসমত দৰ্শক সকলৰ মাজত আলোড়নৰ সৃষ্টি কৰিব পাৰিছিল।

'দক্ষিণ গণকগাডী অপেৰা পাৰ্টিটো ভাগি গল যদিও ব্ৰজশৰ্মা হতাশ নহল। তেওঁৰ শিল্পী মনে আৰু বেছি উন্নত ৰূপত নতুনকৈ যাত্ৰা-দল এটি গঠনৰহে চিন্তা কৰিলে। ঘটনাক্ৰমে অভিনয়ৰ প্ৰতি ৰাপ থকা নগাঁৱৰ কচুবিল চাহ বাগানৰ বৰ বাবু বিপিনচন্দ্ৰ বৰুৱাৰ লগত এটি যাত্ৰা-দল খোলা সম্পৰ্কে তেওঁৰ আলোচনা হ'ল। বৰুৱাৰ উদ্যোগতেই ১৯৩০ চনত জন্ম হ'ল বিখ্যাত্ৰ 'কোহিনূৰ অপেৰা পাৰ্টি'ৰ। ব্ৰজশৰ্মাৰ সৃষ্টিশীল মনে এই পাৰ্টিটো গঠন কৰি কিছুদিন চলোৱাৰ পিছত সহ অভিনয়ৰো ব্যৱস্থা কৰিলে। তেওঁ ১৯৩৩ চনত বহু যত্ন কৰি অসমৰ বিভিন্ন ঠাইৰপৰা গোলাপী দাস, সৰ্বেশ্বৰী দাস, ফুলেশ্বৰী দাস, বিনোদা গগৈ, শৈলবালা দেৱী আৰু লাৱণ্য দাস নামৰ ছোৱালী কেইজনী আনি সহ অভিনয়ৰ পাতনি মেলিলে। এই বৈপ্লৱিক কামৰ বাবে তেওঁ ৰক্ষণশীল সমাজখনৰ কটু সমালোচনা শুনিব লগা হৈছিল; আনকি তেওঁৰ ককায়েক কৃষ্ণ শৰ্মাৰো এই কামৰ বিৰোধিতা কৰি পাৰ্টীৰ পৰা ওলাই গ'ল। কিন্তু বিপ্লবী, সৃষ্টিধৰ্মী, প্ৰগতিবাদী ব্ৰজশৰ্মা অবিচলিত হৈয়ে ৰ'ল।

১৯৩৪ চনৰ নবেম্বৰ মাহত 'কোহিনূৰ অপেৰা পাৰ্টিয়ে উজনিৰ ডুমডুমাত প্ৰথম সহ-অভিনয় কৰে। সম্ভবতঃ অসমীয়া মঞ্চৰ ইতিহাসত এয়ে প্ৰথম সহ-অভিনয়। ইয়াৰ পিছত এই দলটোৱে অসমৰ বিভিন্ন ঠাইত অভিনয় কৰি এক যুগান্তৰ সৃষ্টি কৰিছিল। সেই সময়ত

কলিকতাৰ ব্যৱসায়ী যাত্ৰা-দল বোৰ মাজে মাজে অসমলৈ আহি অভিনয় কৰি অসমৰ ধন বাহিৰলৈ নিছিল কিন্তু ব্ৰজশৰ্মাৰ 'কোহিনূৰ অপেৰা পাৰ্টিৰ উচ্চমান বিশিষ্ট অভিনয় চাই অসমৰ দৰ্শকৰ বঙলা যাত্ৰা-গানৰ প্ৰতি অনুৰাগ কমি গৈছিল। এই পাৰ্টিটোদ্বাৰা বেদ-উদ্ধাৰ', 'ভাস্কৰ পণ্ডিত', 'কালাপাহাৰ', 'হিন্দুবীৰ, 'বিজয়-বসন্ত', 'ললিতাদিত্য', 'মৰাণ-জীয়ৰী', 'নগা-কোৱঁৰ', 'শিৰাজী', 'গুলেনাৰ', 'ৰণজিৎ সিংহ', 'বানৰজা' আদি নাটক অভিনীত হৈছিল। এই পাৰ্টিটোৱে অসমৰ কেইবা গৰাকীও খ্যাতিমান অভিনেতাৰ সৃষ্টি কৰিছিল। সিসকলৰ ভিতৰ ব্ৰজশৰ্মাৰ অগ্ৰজ কৃষ্ণ শৰ্মা, তেজপুৰৰ নটসূৰ্য ফণীশৰ্মা, পাঠশালাৰ চন্দ্ৰ চৌধুৰী, নলবাৰীৰ সনাতন হাজৰিকা, কমলাকান্ত অধিকাৰী, ৰজনীকান্ত ভট্টাচাৰ্য শিলাৰ হৰেণ শৰ্মা আদি প্ৰধান। ইয়াৰ উপৰি এই পাৰ্টিটোৱে অসমৰ নাট্য জগতত এক বিৰাট আলোড়নৰ সৃষ্টি কৰিছিল।

ইমানখিনি অৰিহনা যোগাৱো 'কোহিনূৰ অপেৰা পাৰ্টি' সৰহ দিন তিষ্ঠি থাকিব নোৱাৰিলে। ইয়াৰ প্ৰধান কাৰণ হ'ল প্ৰকৃত ধনবল আৰু জনবলৰ অভাৱ। ভালেমান অভিজ্ঞ অভিনেই 'কোহিনূৰ অপেৰা পাৰ্টি এৰি অন্য কামত ধৰিলে বা ওস্তাদ হোৱাৰ মানসেৰে নতুন অপেৰা পাৰ্টি গঠন কৰিলে। ফলত ১৯৩৬ চনত ছয় হেজাৰ টকা লোকচান ভৰি 'কোহিনূৰ অপেৰা পাৰ্টি' ভাগি গ'ল। কোহিনূৰ আজি নাই যদিও তাৰ আদৰ্শৰ জেউতি চিৰকালেই অসমৰ মঞ্চজগতত বৈ থাকিব।

ব্ৰজ শৰ্মাই কেৱল যাত্ৰাৰ দল খুলিয়েই ক্ষান্ত থকা নাছিল, তেওঁ কেইবাখনো নাটকো লিখিছিল। সেই নাটকেইখন হ'ল 'বৰ্জিতা', 'মনোমতী', 'পতিতা', 'বৰুণা' আৰু 'উৰ্বশী'। দুখৰ বিষয় যে ইয়াৰ এখনো নাট আজিলৈকে ছপা হৈ নোলাল। নাট ৰচনাৰ উপৰি তেওঁ ১৯৩৫-৩৬ চনত কলিকতাৰ মেগাফোন কোম্পানীৰ অনুৰোধত 'মনোমতী', 'পতিতা', আৰু 'সীতা' নাটক ৰেকৰ্ডিং কৰে।

'কোহিনূৰ অপেৰা পাৰ্টি ভাঙি যোৱাৰ পিছত—ব্ৰজনাথ শৰ্মাৰ

নতুনকৈ যাত্ৰাৰ দল এটি খোলাটো সম্ভৱ নহ'ল; কিন্তু বহি থকা বিধৰ লোক নাছিল তেওঁ। শৰ্মাই জীৱনৰ গতিবেই এক পৰিবৰ্তন আনিলে তেওঁ ৰঙ্গমঞ্চ এৰি ৰাজনীতিৰ মঞ্চত প্ৰৱেশ কৰিলে। ১৯৩৫ চনতেই তেওঁ কংগ্ৰেছৰ সভ্য ভুক্ত হৈ আছিল। পাৰ্টী ভাগি যোৱাত কংগ্ৰেছৰ কামত নিজক সম্পূৰ্ণ নিয়োগ কৰিলে। ১৯৩৭ চনত তেওঁ বৰনগৰ কংগ্ৰেছ কমিতিৰ উপ সভাপতি হ'ল।

আহিল বিয়াল্লিছৰ গণ-আন্দোলন। মহাত্মা গান্ধীৰ নেতৃত্বত ভাৰতৰ অগণন ডেকা-গাভৰু, বীৰ-বীৰাঙ্গনাই এই আন্দোনৰ জুইত জাপ দিলে। ব্ৰজশৰ্মাও আগ বাঢ়ি গল; কিন্তু তেওঁ মহাত্মাগান্ধীৰ অহিংস আন্দোলনৰ সম্পূৰ্ণ সমৰ্থক নাছিল। তেওঁৰ উদ্দেশ্য আছিল ছলে-বলে কলে-কৌশলে বৃটিছ সাম্ৰাজ্যবাদীক ভাৰতৰ পৰা খেদি পঠোৱা, সেই সময়ত কংগ্ৰেছৰ, নিৰ্দেশমতে বৰনগৰত 'বৰনগৰ শান্তি সেনাবাহিনী গঠিত হয়। তেতিয়া চৰকাৰে বৰনগৰত এটা বিমান কোঠ সাজি আছিল। ব্ৰজশৰ্মাৰ অসাধাৰণ নেতৃত্বত বিয়াল্লিছৰ ২৭ আগষ্টৰ ৰাতি সেই বিমান কোঠ জ্বলাই ধ্বংস কৰা হয়। ইয়াৰ কাৰণে শৰ্মাই আঁচনি লৈছিল আৰু যেনে দক্ষতাৰে কাম সম্পন্ন কৰিছিল তাতেই তেওঁৰ দূৰদৰ্শিতা আৰু অসীম সাহসৰ পৰিচয় পোৱা যায়। সম্প্ৰতি প্ৰকাশিত শৰ্মাৰ 'বিপ্লৱী' (১৯৭৩) নামৰ আত্মজীৱনীখনিত বিমান-কোঠ ধ্বংসৰ বিৱৰণ আৰু তাৰ পৰিণতি স্বৰূপে শৰ্মাৰ অসম আৰু বঙ্গদেশৰ বিভিন্ন ঠাইত পলাতক-ৰূপে অৱস্থান কৰাৰ লোমহৰ্ষক আৰু চিত্তাকৰ্ষক কাহিনী বৰ্ণিত হৈছে। সন্ত্ৰাস সৃষ্টিকাৰী শৰ্মাক ধৰি দিয়াৰ কাৰণে চৰকাৰে পুৰস্কাৰো ঘোষণা কৰিছিল। শেষত ধৰা পৰাত তেওঁ দুবছৰৰো অধিক কাল গুৱাহাটী চিলেট আৰু তেজপুৰ জেলত নিৰ্যাতন ভুগিবলগীয়া হৈছিল। পলাতক অৱস্থাত শৰ্মাই কেতিয়াবা বাচন ধুবলৈ যোৱা পোৱালী তিৰোতাৰ বেশে, কেতিয়াবা দভীয়া বুঢ়াৰ বেশে আৰু কিমান ৰূপত যে পুলিচৰ চকুত ধুলি দি সাৰিব লগা হৈছিল, সেই কথা শুনিলে এতিয়া ৰূপকথা যেনহে লাগে।

ব্ৰজশৰ্মাই জেলৰপৰা ওলাই আহি আকৌ কংগ্ৰেছৰ কামত লাগে। ১৯৪৭ চনত ভাৰতে স্বাধীনতা পালে ; কিন্তু সময়ৰ লগে লগে কংগ্ৰেছ কৰ্মীৰ লগত তেওঁৰ মতৰ অমিল হোৱাত আৰু বিশেষকৈ "মহাত্মাজীৰ পৱিত্ৰ কংগ্ৰেছ অনুষ্ঠানৰ বিলাই দেখি (তেওঁৰ) প্ৰাণত বিতৃষ্ণাৰ ভাব উপজিল।" ফলত শৰ্মাই কংগ্ৰেছ এৰি ছোছিয়েলিষ্ট পাৰ্টিত যোগ দিলে। এই পাৰ্টিৰ উদগণিত ১৯৫২ চনৰ নিৰ্বাচনত নামে যদিও তেওঁ পৰাজয় বৰণ কৰিব লগা হয়। দহ বছৰ আগতে (১৯৪২ চনত) যিসকলৰ মুক্তিৰ কাৰণে শৰ্মাই নিজৰ জীৱন আগ বঢ়াই দিছিল, দহ বছৰ পিছৰ সিসকলৰ বহুতেইৰ অৱহেলা কৰা দেখি স্বভাৱতে ৰাজনৈতিক জীৱনৰ প্ৰতি শৰ্মা বীতস্পৃহ হৈ পৰিছিল। সেই কাৰণে জীৱনৰ ভাটী বয়সত আকৌ চৰ্থাবাৰীৰ যাত্ৰা দলৰ ওস্তাদ হৈছিল গৈ, কিন্তু শ্বাসৰোগে কালান্তৰ মূৰ্ত্তি ধৰাত শৰ্মা বিচনাৰ আশ্ৰয় লব লগা হল। ভাল চিকিৎসাৰ কাৰণেও তেওঁৰ অৰ্থৰ অভাৱ আছিল শেষত গুৱাহাটী মেডিকেল কলেজত আশ্ৰয় ললে। 'ছিট'ৰ অভাৱত বাৰান্দাত ৰাখিয়েই তেওঁৰ চিকিৎসা কৰা হল, কিন্তু ফল হলে একো নহল। ১৯৬০ চনৰ ১২ ছেপ্টেম্বৰ তাৰিখে এসময়ৰ হেজাৰ হেজাৰ দৰ্শকৰ মন মুগ্ধ কৰা অভিনেতা আৰু বিয়াল্লিছৰ আন্দোলনত ধুমুহাৰ দৰে অসম কঁপাই তোলা ব্ৰজনাথ শৰ্মা অনাদৃত হৈ বৰ করুণ ভাৱেই মেডিকেল কলেজ হস্পিতালৰ বাৰান্দাত মৃত্যু বৰণ কৰিলে।

শিল্পী সংস্কৃতিৰ পূজাৰী আৰু বিপ্লৱী ব্ৰজশৰ্মাই আমাক যিখিনি দি গল তাৰ বিনিময়ত আমি তেওঁক একোকে দিব পৰা নাই। আন বহুতো শিল্পী সাহিত্যিকৰ দৰে তেওঁকো আমি জীৱদ্দশাত উপযুক্ত স্বীকৃতি দিব নোৱাৰিলো। কেৱল ১৯৫৮ চনত গুৱাহাটী সাহিত্য সভাই বছৰেকীয়া অধিবেশনৰ সাংস্কৃতিক সন্মিলনত তেওঁক সভাপতি ৰূপে বৰণ কৰিছিল আৰু ১৯৫৯ চনত তেজপুৰৰ তেওঁক ৰাজহুৱাভাবে সম্বৰ্ধনা জনোৱা হৈছিল।

আজি ব্ৰজ শৰ্মা নাই। ব্ৰজ ঠাকুৰ, ব্ৰজ ওস্তাদ আদি নামবোৰে

হয়তো সময়ৰ সোঁতত নাইকিয়া হৈ যাব। কিন্তু দেশৰ কাৰণে তেওঁৰ যি মহান ত্যাগ, বিশেষকৈ অসমৰ মঞ্চ জগতলৈ তেওঁৰ যি বিশিষ্ট অবিহনা তাৰ আদৰ্শ আৰু স্মৃতি আমাৰ মাজত চিৰ সমুজ্জ্বল হৈ থাকিব।

ডক্টৰ হেমন্ত কুমাৰ শৰ্মা
'অন্নপূৰ্ণা নিলয়'
লাচিত নগৰ, গুৱাহাটী-৭

# বিচিত্ৰনাৰায়ণ দত্তবৰুৱা

**যোগেশ দাস**

বিচিত্ৰনাৰায়ণ দত্তবৰুৱাক বহুতে উকীল বুলি মাতিছিল ; কিয়নো তেওঁ কিছুদিন ওকালতি কৰিছিল। কিন্তু তেওঁ জীৱনত প্ৰতিষ্ঠা লাভ কৰে পুথি ব্যৱসায়ী ৰূপে আৰু বিশেষকৈ পুথি প্ৰকাশক ৰূপে। তেওঁ কেইখনমান কিতাপো লিখে, আৰু তেনে এখনে কিতাপৰ কাৰণে পুৰস্কাৰো লাভ কৰে। তেওঁ কিছুদিন শিক্ষকতাও কৰিছিল। সঁচাকৈয়ে, বিচিত্ৰনাৰায়ণ দত্তবৰুৱা নামে কামে এজন বিচিত্ৰ লোক আছিল।

নলবাৰীৰ পুব কালাকুচি গাঁৱত বিচিত্ৰনাৰায়ণ দত্তবৰুৱাৰ ১৮২১ শকৰ কাতি মাহত, ৰোহিণী নক্ষত্ৰ আৰু বুধাদিত্য লগত জন্ম হৈছিল। উত্তৰ কামৰূপৰ বাঁহজানি মৌজাৰ পুব কালাকুচি গাঁও কুখ্যাত পাগলাদিয়া নৈৰ পাৰত। তেওঁৰ দেউতাক ৺দেৱীৰাম দত্তবৰুৱা আৰু মাক স্বৰ্গীয়া উমাপ্ৰিয়া দত্তবৰুৱা। তেওঁলোকৰ তিনি ককায়েক-ভায়েক-হৰিনাৰায়ণ, কালীনাৰায়ণ, বিচিত্ৰনাৰায়ণ, বায়েক-ভনীয়েক ছয় গৰাকী। সুশিক্ষক তথা সুসাহিত্যিক প্ৰকাশক হৰিনাৰায়ণ দত্তবৰুৱাক নজনা লোক অসমত নাই; গুণী দাদাকৰ, ছত্ৰছায়া আৰু তত্ত্বাৱধানতে বিচিত্ৰ নাৰায়ণে জীৱনৰ আদি ছোৱা কটায় বুলিব লাগে।

বংশৰ উপৰিপুৰুষ সম্বন্ধে হৰিনাৰায়ণ দত্তবৰুৱাই ইং ১৯৬৬ চনত প্ৰকাশিত তেওঁৰ আত্মজীৱনীত লিখে যে তেওঁৰ বহুবছৰ আগতে তেওঁলোকৰ এজনা উপৰিপুৰুষ মধুনাৰায়ণ দলৈ আতা কালাকুচিলৈ আহে। মধুনাৰায়ণৰ পিতামহ হৰিৰাম বৰকাকতীক আহোম ৰজা ৰাজেশ্বৰ সিংহই (১৭৫১-৬৯ খৃঃ) ৯৯॥ পুৰা নিষ্কৰ মাটি দান কৰিছিল। হৰিৰাম বৰকাকতীয়ে পুব কালাকুচিত ৰজাৰ আদেশ মতে এটি সত্ৰসী মঠ প্ৰতিষ্ঠা কৰে। হৰিৰামৰ পুতেক শ্যামনাৰায়ণ

মাজে-সময়ে আহি উক্ত মঠত বাস কৰিছিল। শ্যামনাৰায়ণৰ পুতেক মধুনাৰায়ণে নিগাজীকৈ পুৰ কালাকুচিৰ মঠত আহি থাকিবলৈ লয় আৰু দলৈ আতা নামে পৰিজ্ঞাত হয়। তেওঁৰ দিনৰ পৰাই এই বংশৰ লোকে মহন্ত ৰূপে ধৰ্ম প্ৰচাৰ কৰিব ধৰে। পিছলৈ বিবাহ-সূত্ৰেও ধৰ্মগুৰুৰ বংশৰ লগত এই পৰিয়ালৰ সম্পৰ্ক ঘটে। যেনে হৰিনাৰায়ণ দত্তবৰুৱাৰ প্ৰথমা ভাৰ্য্যা ভৱানী দেৱী আছিল "মহাপুৰুষ মাধৱদেৱৰ দাদা দামোদৰৰ বংশধৰ"; তদুপৰি "আমাৰ সুমলীয়া ভনীটীক ৰামচৰণ ঠাকুৰৰ বংশধৰৰ লগত বিবাহ দিয়া হৈছিল" ('দত্তবৰুৱাৰ জীৱন-কথা')। শ্ৰীশঙ্কৰদেৱ প্ৰৱৰ্ত্তিত নামধৰ্মৰ প্ৰতি দুয়ো গৰাকী দত্তবৰুৱা-ভ্ৰাতৃৰ অচলা ভক্তি গতিকে এটা ঐতিহ্যৰে ধাৰা বুলি কব পাৰি। হৰিনাৰায়ণ দত্তবৰুৱাই চিত্ৰ-ভাগৱত, শঙ্কৰ বাক্যামৃত, কথাগুৰুচৰিত, মহাভাৰত আদি প্ৰকাশ কৰাৰ উপৰি নলবাৰীত হৰিমন্দিৰ নিৰ্মাণত আগভাগ লয়; বিচিত্ৰনাৰায়ণ দত্তবৰুৱায়ো কীৰ্ত্তন-ঘোষা, নামঘোষা আদি বৈষ্ণৱ গ্ৰন্থ প্ৰকাশ কৰাৰ উপৰি গুৱাহাটীত শ্ৰীমন্ত শঙ্কৰ কৃষ্টি-বিকাশ কেন্দ্ৰৰ নিচিনা বৈষ্ণৱ প্ৰতিষ্ঠানৰ ৰূপদান কৰাত অশেষ চেষ্টা আৰু অৰ্থব্যয় কৰে। তেওঁ তেওঁৰ আমবাৰীত থকা বাসভৱনতো নামঘৰ প্ৰতিষ্ঠা কৰি নিয়মিতৰূপে নাম-প্ৰসঙ্গ কৰাৰ ব্যৱস্থা কৰিছিল। জানা যায় যে, পিতৃৰ পৰলোকত বিচিত্ৰ নাৰায়ণে নামঘোষা পাঠ কৰিছিল। নিজে প্ৰকাশ কৰা মহাপুৰুষৰ গ্ৰন্থ তেওঁ প্ৰায়েই বিনামূল্যে বিতৰণ কৰিছিল নাইবা উপহাৰ দিছিল। তেওঁ হেনো প্ৰায়েই কৈছিল যে মহাপুৰুষৰ পুথি বেচি তেওঁ লাভ কৰিবলৈ ভাল নাপায়। ওপৰৰ কথাখিনিৰ পৰা বিচিত্ৰনাৰায়ণ দত্তবৰুৱাৰ বৈষ্ণৱপ্ৰাণতা প্ৰতিপন্ন হৈছে॥

হৰিনাৰায়ণ দত্তবৰুৱাই অৰ্থাভাৱত উচ্চ শিক্ষা লাভৰ নোৱাৰি সৰু ভায়েকক পঢ়ুৱাবলৈ সংকল্প কৰে। তেওঁ কাকজানৰ স্কুলত শিক্ষকতা কৰোতে (১৯১৫—১৭ খৃঃ) বিচিত্ৰনাৰায়ণক লগত ৰাখি পঢ়ুৱাইছিল; পিছত এম-ই পাছ কৰাত যোৰহাটৰ হাইস্কুলত নাম

লগাই দিছিল। তেতিয়াৰ চৰকাৰী হাই স্কুলত তেওঁৰ সহপাঠী আছিল ধ্বনি-কবি শ্ৰীবিনন্দচন্দ্ৰ বৰুৱা, অধিবক্তা-লেখক শ্ৰীমোহনচন্দ্ৰ মহন্ত, ন্যায়াধিশ শ্ৰীঅধানাথ হাজৰিকা আদি। তেওঁৰ নলে-গলে লগা এজন বন্ধু আছিল শ্ৰীদীননাথ শইকীয়া। এই সকল বন্ধুৰ লগতে তেওঁ পঢ়া-শুনা, খেল-ধেমালি, যুৱা-চকা আদি কৰি যোৰহাটৰ দিনবিলাক কটাইছিল। কবি শ্ৰীবৰুৱাদেৱে এতিয়াও তেতিয়াৰ দিনত গছৰ গুটিৰ অনুসন্ধানত বিচিত্ৰনাৰায়ণ সমন্বিতে লগ-সমনীয়াৰ সৈতে লোকৰ বাৰী লুটকাৰ কথা আমোদেৰে স্মৰণ কৰে। প্ৰবেশিকা পাছ কৰাৰ পিছত ককায়েকে তেওঁক কলেজত পঢ়িবলৈ পঠায় আৰু যথাসময়ত তেওঁ কটন কলেজৰ পৰা বি-এ পাছ কৰে। তাৰ পিছত নলবাৰীৰ বিখ্যাত গৰ্ডন হাইস্কুলত কিছুদিনৰ কাৰণে তেওঁ শিক্ষকতা কৰে। এই সময়তে তেওঁ নলবাৰী নগৰৰ সমবায় বেঙ্ক এটাৰ ছেক্ৰেটৰী হৈছিল। তদুপৰি নলবাৰীতে তেওঁ 'দত্তবৰুৱা ব্ৰাদাৰ্ছ' নামে কিতাপৰ দোকান এখনো তেতিয়াই আৰম্ভ কৰে। এয়ে তেওঁৰ ব্যৱসায়ী জীৱনৰ কঠীয়াতলী। জনা যায় যে তেতিয়াই তেওঁৰ ডাঙৰ ব্যৱসায় কৰিবলৈ প্ৰবল ইচ্ছা হৈছিল; কিন্তু মূলধনৰ অভাৱত তাক পূৰ্ণ কৰিব পথ নাছিল।

অৱশেষে তেতিয়া ব্যৱসায় কৰিবলৈ মন গলেও আকৌ তাত যতি পৰিল: ককায়েকে এইবাৰ তেওঁক উকীল কৰিবৰ মনেৰে গুৱাহাটীৰ আৰ্ল ল কলেজলৈ পঠালে। গতিকে অধ্যক্ষ জে বৰুৱাৰ অধীনত তেওঁ বি-এল পঢ়িলেগৈ। ল কলেজত তেওঁ হেনো সকলোৰে ভোলা মামা আছিল, কাৰণ তেওঁৰ আপনভোলা স্বভাৱ তেতিয়া জনাজাত হৈ পৰিছিল। বোধহয় ইয়েই পিছলৈ সকল ব্যৱসায়ী জনৰ মনলৈ উদাৰতা আনি দিছিল। তেওঁ বেছি দিন ওকালতি কৰা নাছিল। দুখীয়া মক্কেলক থকা-খোৱাৰ ব্যৱস্থা কৰি দিয়াৰ উপৰি ফীজ নোলোৱাৰ কথা এতিয়াও বহুতে স্মৰণ কৰে। লয়াৰ্ছ বুক ষ্টল আৰম্ভ কৰি তাতেই মনপুতি লাগি যোৱাত তেওঁ কাছাৰীলৈ যাবলৈ এৰি পেলাইছিল।

বি-এ পাছ কৰাৰ পিছত নলবাৰীত থকা কালছোৱাত তেওঁ কষ্ট আন ছুটামান কামৰ উল্লেখ ইয়াতে কৰিব পাৰি। ককায়েকে নলবাৰী নগৰত যি মাটি কিনিছিল তাতে বিচিত্ৰ নাৰায়ণ দত্তবৰুৱাই ঘৰ-বাৰী কৰায়। তেওঁ ককায়েকৰ বিখ্যাত গ্ৰন্থ 'প্ৰাচীন কামৰূপ কায়স্থ সমাজৰ কাৰণে নলবাৰীত থাকোঁতেই সমল সংগ্ৰহ কৰি দিছিল। ককায়েকে যি 'উমা প্ৰেছ' নলবাৰীত স্থাপন কৰে তাৰ কাৰণেও তেৱেঁই ঘৰ সজাই দিছিল আৰু কলিকতালৈ টগ প্ৰেছ-যন্ত্ৰও কিনি আনিছিল। বিচিত্ৰ নাৰায়ণ দত্তবৰুৱাই আৰম্ভ কৰা 'দত্তবৰুৱা ব্ৰাদাছ' নামৰ কিতাপৰ দোকানখন তেওঁ বি-এল পঢ়িবলৈ সেৱাত ১৯৩৮ চনৰ পৰা ককায়েকে চাকৰিৰ পৰা অৱসৰ লৈ আহি পৰিচালনা কৰিবলৈ লয় আৰু সেয়ে ক্ৰমান্বয়ে সম্প্ৰসাৰিত হৈ হৈ ১৯৪৫ চনত 'দত্তবৰুৱা এণ্ড কোম্পানী' নামে জনাজাত হয় গৈ।

বিচিত্ৰ নাৰায়ণ দত্তবৰুৱাই প্ৰথম বাৰ বিয়া কৰায় প্ৰতাপ নাৰায়ণ চৌধুৰীৰ কন্যা সুৰবালাক। এই বিয়া তেওঁ কলেজত পঢ়ি থাকোঁতেই হৈছিল। কিন্তু সন্নিপাত ৰোগত সুৰবালাৰ মৃত্যু হয়। সুৰবালাৰ মৃত্যুৰ সময়ত তেওঁ লোকৰ পৈত্ৰিক ঘৰ পূব কালাকুচিত নতুন বস্তিত কৰা হৈছিল, আৰু বিচিত্ৰ নাৰায়ণে গৰ্ডন হাইস্কুলত কাম কৰি আছিল। ইয়াৰ চাৰি-পাঁচ বছৰ পিছত তেওঁ শ্ৰীমতী বিষ্ণুপ্ৰিয়া দত্তবৰুৱাক দ্বিতীয় দাৰ ৰূপে গ্ৰহণ কৰে। তেওঁ নলবাৰীৰ খাতাবাৰীত যি ঘৰ সজাইছিল তাতে এই বিয়া হয়। তেওঁ লোকৰ সন্তান হয়—(ছোৱালী) হেমপ্ৰভা মহন্ত, কনকপ্ৰভা ভূঞা, ডঃ মৃন্ময়ী বৰদলৈ, অৰ্চনা দত্তবৰুৱা আৰু কল্যাণী দত্তবৰুৱা; আৰু (ল'ৰা) বাপুকণ (মৃত) খগেন্দ্ৰ নাৰায়ণ দত্তবৰুৱা, চানাকণ (মৃত), অমৰেন্দ্ৰ (মৃত) আৰু নৃপেন্দ্ৰ-নাৰায়ণ দত্তবৰুৱা। 'বাবা'কৰ মৃত্যুৰ পিছত খগেন্দ্ৰনাৰায়ণে লয়াৰ্ছ বুক ষ্টলৰ ভাৰ গ্ৰহণ কৰিছে আৰু নতুন দিনৰ পোহৰত পেলাই তাৰ পৰিবৰ্তন ঘটাই, উন্নত কৰি দক্ষতাৰে পৰিচালনা কৰিছে; তেওঁ নিজে কেবাখনো কিতাপ অসমীয়ালৈ অনুবাদ কৰি সাহিত্য-প্ৰেমৰ পৰিচয়

দিছে। তেওঁ ডিব্ৰুগড়ত লয়াৰ্ছ্‌ৰ যি বিভাগ খুলিছে তাৰ ভাৰ দিছে ভায়েক নৃপেন্দ্ৰনাৰায়ণক। শ্ৰীমতী বিষ্ণুপ্ৰিয়া দত্তবৰুৱাই, বোধহয় স্বামীৰ প্ৰেৰণাতে, এতিয়ালৈকে ছয়খন কিতাপ ৰচনা কৰি প্ৰকাশ কৰিছে।

সকল সাংসাৰিক লোক হিচাপে বিচিত্ৰনাৰায়ণ দত্তবৰুৱাৰ দুটি কীৰ্তিস্তম্ভ হ'ল লয়াৰ্ছ বুক ষ্টল আৰু শ্ৰীমন্ত শঙ্কৰ কৃষ্টি বিকাশ কেন্দ্ৰ। ১৯৪৩ চনত, এতিয়া পানবজাৰৰ মনি-মানিক প্ৰকাশ থকা ঠাইত সৰুকৈ দত্তবৰুৱাই লয়াৰ্ছ বুক ষ্টল আৰম্ভ কৰে। তেওঁ নিজে তেতিয়া উকীল হৈ আছিল কাৰণেই হবলা এই নামকৰণ। ইয়াৰ কাৰণে যি মূলধনৰ আৱশ্যক হৈছিল তাক তেওঁ পৰিবাৰৰ সমস্ত আ-অলঙ্কাৰ খুজি নি বেঙ্কত বন্ধক দি আহৰণ কৰিছিল—মুঠ দুহেজাৰ টকা। আজি বৃহৎ আৰু অগ্ৰগণ্য হৈ উঠা লয়াৰ্ছৰ ধন-বিনিয়োগ কিমান বেছি তাৰ লেখ লবৰ ইয়াত প্ৰয়োজন নাই। কিন্তু উক্ত সামান্য টকাৰে যে এজন অসমীয়া প্ৰকাশকে অসমীয়া ভাষা-সাহিত্যৰ বিশেষ উন্নতি আৰু বিস্তৃতি ঘটালে তাক স্বীকাৰ কৰিবই লাগিব। লয়াৰ্ছে এতিয়ালৈকে প্ৰায় পাঁচশখন অসমীয়া-ইংৰাজী পুথি প্ৰকাশ কৰি উলিয়াইছে। পুৰণি পুথি আৰু পূৰ্বে প্ৰকাশিত গেইটৰ ইংৰাজী 'এ হিষ্টৰী অৱ আসাম', ডঃ কাকতিৰ 'আছামিজ : ইট্‌ছ ফৰমেচন এণ্ড ডেভলপমেণ্ট' বুদ্ধীন্দ্ৰ ভট্টাচাৰ্য্যৰ ইংৰাজী-অসমীয়া অভিধান, আৰু নিজে হাতত লোৱা শ্ৰীহেম বৰুৱাৰ 'দি ৰেড বিভাৰ এণ্ড দি ব্লু হিল্‌ছ' আদিৰ উপৰি ইখনৰ পিছত সিখনকৈ গল্প, উপন্যাস, নাটক, ভ্ৰমণ কাহিনী, কবিতা, জীৱনী আদি ছপাই উলিয়াই অসমীয়া সাহিত্যৰ প্ৰচলনৰ দিগন্ত বহলোৱাত তেওঁৱেই পোনপ্ৰথম উদ্যম হাতত লয় বুলিব পাৰি। এই কামত তেওঁৰ সহযোগী আছিল কলিকতাৰ নৱজীৱন প্ৰেছৰ স্বত্বাধিকাৰ, তেওঁৰ 'ব্ৰাদাৰ' শ্ৰীকালিচৰণ পাল ডাঙৰীয়া। দুয়োৰে ব্যৱসায়ী সম্পৰ্ক বন্ধুত্বত পৰিণত হৈছিল। দত্তবৰুৱাৰ কিতাপ ছপাই ছপায়েই পাল ডাঙৰীয়াই অসমীয়া অভিধানৰ সহায়ত প্ৰুফ চাই চাই

অসমীয়া ভাষা আয়ত্ত কৰি পেলালে, আৰু তেওঁৰ কলিকতাৰ বাসভৱণত আলহী থকা অসমীয়া লোকে তেওঁৰ মুখত সলসলীয়া অসমীয়া শুনিবলৈ পোৱা হল। দত্তবৰুৱাই পোহৰলৈ অনা সকলো পুথিৰ নাম ইয়াত দিয়া সম্ভৱ নহয় ( সৰিতা সভাৰ উদ্যোগত প্ৰস্তুত 'বিচিত্ৰনাৰায়ণ স্মৃতিগ্ৰন্থ'ত এই বিষয়ে বিস্তাৰিত বিৰৰণ পাব )। কিন্তু অসমীয়া চলতি সাহিত্য প্ৰকাশ কৰি লগ্নাছ' ইমানেই জনপ্ৰিয় হৈ উঠিছিল যে ইয়াক কেবল এখন দোকান বুবুলি এটা অনুষ্ঠান বুলিয়ে গণ্য কৰিব পাৰি।

পল্টনবজাৰৰ শ্ৰীমন্ত শঙ্কৰ কৃষ্টি বিকাশ কেন্দ্ৰ প্ৰতিষ্ঠা কৰিব কাৰণে বৈষ্ণৱপ্ৰাণ দত্তবৰুৱাই নিজে ঘূৰি পকি দান-বৰঙণি সংগ্ৰহ কৰি, চৰকাৰৰ সাহায্য লৈ, জেৰাৰ ধন খৰচ কৰি আৰু মহাপুৰুষৰ বিস্তৃত জন্মোৎসৱ পালনেৰে গুৱাহাটী চহৰত এক নতুন আলোড়ন তোলা কামত নিজে দেহে-কেহে খাটিছিল—হাতত নিমন্ত্ৰণী পত্ৰ লৈ কেতিয়াবা বিলায়ো ফুৰিছিল। আজি উক্ত কৃষ্টি বিকাশ কেন্দ্ৰ অসমৰ এটি গৌৰৱৰ থল হৈ উঠিছে। শঙ্কৰ মন্দিৰ বুলি জনাজাত উক্ত কেন্দ্ৰৰ নামঘৰত আজি নিয়মিত নাম প্ৰসঙ্গ হয়, আই সকলে নাম গায়, নানা তিথি পালন কৰা হয়। তদুপৰি এটা আহল-বহল প্ৰেক্ষাগৃহ তাৰ লগতে হৈ উঠিব ধৰিছে।

দত্তবৰুৱা মানুহজন ওখ-পাখ নাছিল কিন্তু বেছ শকত-আবত আছিল—হেম বৰুৱাৰ বৰ্ণনাত 'ৰবাই প্ৰপ্ৰাইটৰ'। ডেকা কালত কলেজত পঢ়ি থাকোঁতে হেনো তেওঁ নাইডু পদ্ধতিৰে ব্যায়াম কৰিছিল। তদুপৰি তেওঁ নাও বোৱাত পাকৈত আছিল। এবাৰ ককায়েকক নলবাৰীৰ পৰা কাকাকুচিলৈ সঙঁতে মৰোৱাত যিখন নাও লব লগা হৈছিল সেইখন বিচিত্ৰ দত্তবৰুৱায়েই বাই নিছিল। এইজন হৃষ্ট-পুষ্ট দত্তবৰুৱাৰ অন্তৰখন দৰদ আৰু মানৱ-প্ৰেমে কোমল কৰি ৰাখিছিল। অভাৱগ্ৰস্ত ছাত্ৰক তেওঁ নানা প্ৰকাৰে সহায়ক কৰিছিল; তেওঁৰ লিখকসকলক টানে-আপদে সহায় কৰিছিল—তেওঁ দুই-এক লিখকক

অকাতৰে কৈছিল যে তেওঁৰ যিবা সা-সম্পত্তি হৈছে সি তেওঁলোকৰ পৰাই হৈছে। এবাৰ দিল্লীলৈ যাওঁতে তাতে এজন অসমীয়া বিষয়াৰ মৃত্যু হয়, তেতিয়া তাতে থকা সংসদী সদস্য হেম বৰুৱাই সন্তপ্ত পৰিয়ালটোক সকলো প্ৰকাৰে সহায় কৰিছিল, দত্তবৰুৱায়ো সহায় কৰিছিল, কিন্তু আন মানুহ বিশেষ আগবাঢ়ি অহা নাছিল, বৰং সংস্কাৰবশত আনক নিৰুৎসাহহে কৰিছিল। এই ঘটনা বৰ্ণনা কৰি তেওঁ গুৱাহাটীত আমাৰ আগত কান্দি পেলাইছিল। তেওঁৰ সেই চকুলো আছিল সহজাত মমতাৰ কাৰণ।

তেওঁ সততে ৰগৰ কৰিবলৈ বৰ ভাল পাইছিল। 'উকীল'ৰ ব্যৱসায়ী বুদ্ধি আৰু সেই ৰগৰৰ কথা আজিও লয়াৰ্ছ'ৰ পুৰনা কৰ্মচাৰী শ্ৰীৰজনী দত্ত পাঠগিৰী, শ্ৰীৰুচিনাথ শৰ্মা, শ্ৰীনৰেশ্বৰ গোস্বামী আদিয়ে আনন্দেৰে স্মৰণ কৰে।

তেওঁ দৈনিক বজাৰখন কৰি বৰ ভাল পাইছিল। জীৱনৰ শেষ কেইদিনতো, বহুমূত্ৰ ৰোগত বেয়াকৈ ভুগি ঘৰৰ ভিতৰতে সোমাই থাকিবলগীয়া অৱস্থাত, তেওঁ কেতিয়াবা মটৰত উঠি বজাৰ কৰি আনিছিল গৈ।

১৯৭৩ চনৰ ১১ জানুৱাৰী তাৰিখে বিচিত্ৰনাৰায়ণ দত্তবৰুৱাৰ গুৱাহাটীৰ আমবাৰীত থকা নিজঘৰত মৃত্যু হয়।

---